# "কিমিদং ব্যাহৃতং ময়া !!"

শ্ৰীকিৰণ চন্দ্ৰ শৰ্ম্মা



জগন্নাথ বৰুৱা কলেজ -
কো অপাৰেটিভ ষ্ট'ৰ
যোৰহাট
১৯৫৮

# আত্মকথা

## ( ১ )

প্ৰায ১৯৪০-৪৫ চনৰ ভিতৰত বঙালী দৈনিক কাকত "যুগান্তৰ"ৰ দেওবৰীয়া সংখ্যাবোৰত "এক কলম" শিতানেৰে এটা "প্ৰ-না-বিৰ পাতা" ওলাইছিল। এইবোৰৰ লেখক যতদূৰসম্ভৱ প্ৰমথনাথ বিশী আছিল। তেখেতৰ এনে ধৰণৰ ধেমেলীয়া ৰচনা পাছত "দেশ" পত্ৰিকাতো পঢ়িছিলোঁ। ইযাৰ পাছত বি-এ শ্ৰেণীত পঢ়াকালত ইংৰাজী সাহিত্যিক চাৰ্লছ লেম্বৰ কিছুমান ৰচনাও পঢ়িছিলোঁ। সেই সময়তে, ইংৰাজী ভাষা-সাহিত্যৰ ওজা ডক্টৰ জনছনৰ ৰচনাৰ সংজ্ঞা "A loose sally of the mind" (মনৰ মুকলি প্ৰকাশ) জানিবলৈ পাওঁ।

এইবোৰে মোক অসমীযা ভাষাত তেনে ধৰণৰ কিছুমান ৰচনা লিখিবৰ কাৰণে উদ্গনি দিযে। ৺বেজবৰুৱাৰ 'চোৰ' আদি খনচেৰেক ৰচনা আৰু ৺সত্যনাথ বৰাৰ 'বুঢ়ী বাই' নামৰ প্ৰবন্ধও মনত আছিল। তাৰোপৰি তেতিযাৰ আৱাহনত ওলোৱা "আজিৰ দিনটো" নামৰ ৰচনা এখনেও মনত বৰকৈ ঠাই পাইছিল।

বি-এ-শ্ৰেণীত সোমাওঁতে দৰ্শন শাস্ত্ৰৰ অলপ ভকত হৈ পৰা কাৰণে বিষয়বোৰক Subjective বা ভাবময় ৰূপত চাবলৈ হেঁপাহ কৰিছিলোঁ। এইবাবেই প্ৰতিটো বিষয়ৰে Subjective interpretation বা ভাবময় ব্যাখ্যা দিবলৈ ভাল পাইছিলোঁ। এইদৰে এই loose sally of the mind বা subjective Essay বোৰ লিখিবলৈ প্ৰয়াস পাওঁ। কিন্তু তেতিয়া এইবোৰৰ নাম "ৰম্য-

ৰচনা", "ৰস-ৰচনা" বা "লঘু ৰচনা" বুলি জনাও নাছিলোঁ, তেবাও নাছিলোঁ। মই এইবোৰক মনোময় বা ভাবময় ৰচনা বুলিহে ভাল পাওঁ। অৱশ্যে আজি দুই-এবছৰৰ ভিতৰত লিখা খনচেৰেক ৰচনাত "ৰস' লগাবলৈ হেঁপাহ কৰিছোঁ; কোনোখনত জীৱনৰ বিবিধ অভিজ্ঞতা বা নানা জ্ঞান-বিজ্ঞানৰ সম্ভীয়া বাতৰি দিবলৈ যত্ন কৰিছোঁ। এনে কৰোঁতে নিশ্চয় মোৰ ৰচনায়ো Subjective ৰূপ হেৰুৱাই Objective ৰং গাত সানিছে। "কাম-ধেনু'ত এজন সমালোচকে এনেধৰণৰ ৰচনাকে বোধহয় "নতুন ৰচনা" নাম দিছে। কিন্তু, কিনো নতুন আৰু কিনো পুৰণি এইবোৰ লৈ মই কোনোদিনে মূৰ ঘমোৱা নাই।

(২)

এই সৰু কিতাপখনিত সংকলিত ৰচনাবোৰৰ ভিতৰত "জোতাৰ জগত" নামৰ ৰচনাখনেই আটাইতকৈ পুৰণা। ১৯৪৬ চনতে এইখন লিখা হৈছিল আৰু তেতিয়াৰ প্ৰকাশিত শ্ৰদ্ধেয় বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী দেৱৰ সম্পাদিত "সুৰভি" নামৰ আলোচনীত (৩য় বছৰ, ৪ৰ্থ সংখ্যা, মাৰ্চ্চ, ১৯৪৮) "জোতা" নামেৰে ওলাইছিল। অৱশ্যে ৰচনা খনৰ জগত মোৰ নিজা নামৰ সলনি "প্ৰশান্ত শৰ্ম্মা" নামহে দিছিলোঁ। ইয়াৰ কাৰণ আছে।

(১) এই ৰচনা প্ৰকৃততে সাহিত্যৰ ভিতৰুৱা হব পাৰিবনে নোৱাৰে সেই বিষয়ে মোৰ সন্দেহ আছিল। কাৰণ তেনে আহি যথাৰ্থতে তেতিয়ালৈকে অসমীয়া ভাষাত দেখা নাছিলোঁ।

(২) এই ৰচনাত আলোচনা কৰা কথাবোৰত দুই-এবাৰ তীব্ৰ কথাও আছে। কিজানিবা কাৰোবাৰ ওচৰত অগৰ লগোৱা হয়—এই ভয়।

কিন্তু শ্রদ্ধেয় বিহগী কবিদেৱে ("আভা") মোক সেই ঃৰণৰ ৰচনা লিখা বাবে যথেষ্ট প্ৰসংশা কৰিছিল। তেখেতৰ পৰিচালনাত থকা তেতিয়াৰ গুৱাহাটীৰ "সন্মিতা সভা"ত এনে ৰচনা আৰু এখন-দুখন পাঠ কৰিবলৈও তেখেতে মোক উদগনি দিছিল। এই ৰচনাবোৰৰ সংখ্যা বাঢ় অহা দেখি তেখেতে মোক আটাইবোৰ গোটাই কিতাপ এখন কৰিবলৈ কৈছিল। অৱশ্যে প্ৰকাশৰ অসু-বিধাৰ কাৰণে তেখেতৰ সেই পৰামৰ্শ এতিয়াহে কাৰ্য্যকৰী কৰিব পাৰিলো। শ্ৰদ্ধেয় কবি গৰাকীলৈ মোৰ আন্তৰিক শ্ৰদ্ধা নিবেদন সদায় কৰিছোঁ।

( ৩ )

এই সংকলনত ঠাই দিয়া ৰচনাবোৰৰ ভালেমান কাকত-পত্ৰত ওলাই গৈছে। সেইবোৰৰ ভিতৰত "প্ৰগতি ' ( যোৰহাটৰ পৰা চাহ কৰ্ম্মচাৰী সংঘই উলিয়াইছিল ); নগাঁৱৰ শ্ৰীমহেশ্চন্দ্ৰ দেৱ গোস্বামীৰ "বিহলঙনি" আৰু 'নতুন অসমীয়া' আৰু 'অসমবাণী' কাকতৰ বাহিৰেও স্কুল-কলেজৰ খনচেৰেক আলোচনী আছে সাময়িক অৱস্থা অনুযায়ী কোনোখন ৰচনা "সাংবাদিকতা" হৈছে, সন্দেহ নাই। অসমৰ তেল-শোধনাগাৰ আন্দোলনৰ সামান্য উল্লেখ প্ৰথমখন ৰচনাতে আছে। এই সংকলনটি উলিয়াৰ বাবে যাইজৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে শ্ৰীযুত মাধৱ চন্দ্ৰ চক্ৰৱৰ্ত্তী, যোৰহাট কলেজৰ বাণিজ্য বিভাগৰ গুৰিয়াল। তেখেতে জগন্নাথ বৰুৱা কলেজ কো-অপাৰেটিভ ষ্টʼৰ খুলি এইদৰে দুই একৰ উপকাৰৰ জৰীয়তে সদো অসমীয়াৰ উপকাৰ কৰিছে। তেখেত মোৰ সহকৰ্ম্মী হলেও মোৰ গুৰুস্বৰূপ। মোৰ প্ৰতি তেখেতৰ যি চেনেহ তাৰ ভাগ সকলো পাঠক-পাঠিকাই পাওক।

প্ৰুফ আদি চোৱা কামত সহায় কৰোঁতা শ্ৰীমান অৰুণচন্দ্ৰ ভূঞা (আমাৰ ছাত্ৰ; শ্ৰদ্ধেয় সাহিত্যিক শ্ৰীযুত নকুলচন্দ্ৰ ভূঞাৰ পুত্ৰ) আৰু মোৰ সৰু ভাই শ্ৰীমান ললিত চন্দ্ৰ শৰ্ম্মাৰ ন্যাম উল্লেখ কৰিবলগীয়া।

ৰচনাবোৰৰ বাছনিত কোনো প্ৰণালী নাই; ৰচনা-কালৰ আগ-পাছ কৰাও হোৱা নাই। এইবোৰ ত্ৰুটিয়ে কিতাপখনৰ সোৱাদ কমাব পাৰে। পাঠক-পাঠিকাই একাদিক্ৰমে পঢ়াতকৈ যেতিয়াই যিখন ভাল পায়, সেইখন ৰচনাকে পঢ়িব পাৰে। ছপা কৰোঁতে ভুল অৱশ্যে ঠায়ে ঠায়ে হৈছে।

## আমাকৰণ

সকলোৱে জানে যে মহামুনি বাল্মীকিয়ে, ক্ৰৌঞ্চ চৰাই এটা মৰাৰ বেজাৰত নিষ্ঠুৰ ব্যাধটোক শাও দিছিল—'মা নিষাদ—' আদি। সেইটোৱেই হেনো জগতৰ আদি শ্লোক, প্ৰথম কবিতা। কিন্তু আদি কবিয়ে শ্লোকটো চিনিব পৰা নাছিল—কৈছিল—"কিমিদং ব্যাহৃতং ময়া!"—"এয়া মই কি প্ৰকাশ কৰিলোঁ।"

মহাকবিৰ লগত মোৰ কি সাদৃশ্য থাকিব পাৰে? মই মাত্ৰ মোৰ 'ৰচনা'বোৰ সাহিত্যৰ কেনে পৰ্য্যায়ত পৰে তাক ধৰিব পৰা নাই, সেয়েহে কৈছোঁ—"এইবোৰনো কি?"

যি হওক, জগতৰ আদি-শ্লোকৰ দৰে মোৰ ৰচনাবোৰ চিৰস্থায়ী হব—সেইটো কল্পনাও কৰা নাই।

শ্ৰীকিৰণচন্দ্ৰ শৰ্ম্মা

যোৰহাট।

২১।১১।৫৮



# সূচী-পত্ৰ

— x

# "কিমিদং ব্যাহৃতং ময়া"

## মকৰাৰ জাল

সিদিনা মই মকৰাটোক মৰিবলৈ শাও দি আহিলো।

সঁচাকৈ ?

হয়, সঁচাকৈ।

মকৰাটোৱে ইমানদিনে আমাক নানান দুখ-যন্ত্ৰণা দি আহিছিল, তাৰ এইবাৰ শেষ হৈ যাওক। মৰীচিকাৰ পাছত লৰমাৰি যোৱা হৰিণৰ পিয়াহত অণ্ঠে কণ্ঠে শুকুৱা সময়ত ব্যাধে নিষ্ঠুৰ শৰ মৰাৰ আগমুহূৰ্ত্তত আত্মসম্বৰণ কৰা হওক।

পুৰণি সাধুকথাত আছে, মানুহে সূতা কাটিবলৈ, কাপোৰ ব'বলৈ শিকিছিল মকৰাটোৰ পৰা। ঈশ্বৰৰ শাওপাত পোৱা মানুহৰ কাৰণে কি দৰকাৰ আছিল লাহী-মিহি সূতাৰ কাপোৰখন ? গছৰ পাত, জন্তুৰ নোমলগা ছাল—তাতকৈ মানুহৰ উপযোগী কি বস্তুটো আছে ? মানুহে 'সৌন্দৰ্য্যবোধ"ৰ চিনাকি দিবলৈ মিছি কামবোৰ কৰি জগতত নিজেই শ্ৰেষ্ঠ এইটো প্ৰমাণ কৰিবলৈ মন কৰিলে। কি দুৰ্ব্বাসনা !

কত কষ্ট কৰি কপাহ-পাটৰ গছ ৰুই, পলু পুহি. সূতা উলিয়াই আৰম্ভ কৰিলে তাঁতশালৰ কাম। উমাৰ সময়তকৈও পুৰণি সেই কথা। কত কষ্ট, কত যাতনা— যদি নাজানে তাঁত-সূতৰ কাম তেন্তে সেইজনী থুপৰীহে. আনকি তাইলৈ দৰা এটিও বিচাৰি পোৱা টান! সপোনৰ ফুলেৰে অতি-বাস্তৱবাদৰ সৃষ্টি অসমীয়া জীয়ৰী-বোৱাৰী সকলে কোন কাহানিবাই কৰি থৈছে! তথাপি মকবাটোক মৰিবলৈ মই শাও দি আহিলো। মৰক, মৰক সি, হাজাৰ বাৰ মৰক। মৰি মৰি যদি জন্ম লয়, তেন্তে আকৌ মৰক।

কিয় ?

মানুহে লাজক সুৰঁৰি বস্ত্ৰ-বসনৰ যোগাৰ কৰিছিল; কিন্তু মানুহ নিৰ্লজ্জ, লাজটো দেখনিয়াৰ কথাহে, অন্তৰৰ অন্তৰত মানুহৰ লাজ নাই। নিজক ঢাকি ৰাখিবৰ ইচ্ছাতকৈ নিজক প্ৰকাশ কৰি আনৰ আগত দেখুৱা ইচ্ছাটোৰেই আচলতে মানুহৰ মাজত প্ৰবল। আনকি নিজৰ অঙ্গ-প্ৰত্যঙ্গও ? হয়তো কোনো-বাই মোক বীভৎস-ৰসিক বুলিব। বোলক। সঁচা কলে যদি জগৰ লাগে. লাগক; যদি ফাঁচিকাঠত বাতুলা হ'ব লাগে, হম।

মানুহক লাগে কি ? পশুৰ দৰে নিজৰ কায়িক বৃত্তি পূৰণ কৰিব পাৰিলেই যেন সকলো শেষ! তেনেহলে তাক লুকুৱাই থোৱাৰ পৰা লাভ কি ?

সৃষ্টিত সকলোৰেই উলঙ্গ, "মনুষ্য চেষ্টা" হৈছে ঢাকনিৰ ব্যৱস্থা। হয়তো মানুহে লাহে-ধীৰে এতিয়া জ্ঞানী হৈ সেই

কথা বুজিছে। বেদ-পুৰাণৰ সময়তো হয়তো এই কথা বুজিছিল; কিন্তু পাহৰি গ'ল। এতিয়া মানুহে সকলো ভাবনাক বাস্তৱত ৰূপ দি ভাল পায়। আপোন শৰীৰক স্পষ্ট কৰিবৰ কাৰণে আজি-কালি সাজ-পাৰৰ ব্যৱস্থা। কোনোবা এজন সুধীয়ে কোৱাৰ দৰে ( "ভাষা বৰ্ত্তমান ভাব প্ৰকাশৰ বাহন নহয়, ভাব ঢাকিবৰ উপায়হে।" ) বৰ্ত্তমান কাপোৰ-কানিও মানুহে পিন্ধে অঙ্গ-প্ৰত্যঙ্গক ঢাকিবৰ কাৰণে নহয়, স্পষ্ট কৰি দেখুৱাবৰ কাৰণেহে।

এজনে কোৱা বেছ মনত পৰে বোলে, ইমান যত্নৰনো কি দৰকাৰ? কাপোৰৰ সলনি মানুহে ৰং (Paint) কিছুমান ব্যৱহাৰ কৰিব পাৰে, দেখোন। যেনে আমাৰ দেৱী-মূৰ্ত্তিবোৰৰ গাত পনা সুকীয়া সুকীয়া ৰঙেই কাপোৰ-কানি সূচায়; সেইদৰে পুৰুষ-তিৰোতা সকলোৱেই নানা ৰঙৰ কাপোৰ গাত টানি টানি বন্ধাতকৈ সুকীয়া সুকীয়া আৰু ওপৰত ৰং কিছুমান লেপি দিলেই হয় দেখোন!

সেই বাবেই কওঁ মকৰাটো মৰক। সি ইমান দিন আমাক কিয় লটি-ঘটি কৰিছিল? তাকে দেখি আমাৰ পূৰ্ব্বপুৰুষ-মহিলাসকলে সূতা-কাপোৰৰ ব্যৱস্থা কৰিলে, আৰু সেয়ে নহলে নোহোৱা হ'ল। মাৰোৱাৰীৰ দোকানৰ "মিল মিল কা থান" ( বেজবৰুৱা পঢ়ক ) কিনিবলৈ গৈ কত অসমীয়াৰ বাটি-লোটা-ঘটি, কাণৰ কঁড়িয়া, মাটি-বাৰী বন্ধকত গ'ল। বিয়াৰ যোৰণত কেইযোৰ মেজাঙ্কৰী, কত

পাট-সিল্কাপৰ কাপোৰ আছিল তাকে লৈ দুঘৰৰ ভিতৰত কত ৰকমৰ ভাৱ-চিন্তা, কথা-বতৰা ! তেজীমলাৰ জপাটোৰ ভিতৰত থকা কাপোৰকেখন যদি নিগনি বা অণ্ঠাই নষ্ট নকৰিলেহেঁতেন !

মকৰাটোৱে কিয় ইমান জঞ্জালখন লগালে মাজতে আছি ! মানুহ পূৰ্ব্বতো নঙঠা, এতিয়াও সেই। এখন নঙঠা ৰাজ্যৰ ফাললৈ পৃথিবীখন যেন ধীৰে ধীৰে আগ বাঢ়িছে। কেলিফোৰ্ণিয়াৰ হলিউডৰ পৰা অসমৰ পাইনউডলৈকে এটি যেন ধীৰ জাগৰণ ! ("আমি পৰেৰ সজ্জা ফেলিয়া পৰিব আপন বসন খানি।"—ৰবীন্দ্ৰনাথ।) মানুহৰ "আপোন বসন" গাৰ ছালখনেই নেকি ? সাহিত্যৰ বজাৰত আজি-কালি উলঙ্গ নাৰী-পুৰুষ বেশ্যা-লম্পটৰ অবাধ বিচৰণ। সেই আদিমতম যুগৰ লিঙ্গ-পূজাৰ কেনে আওপকীয়া পুনৰাৱিৰ্ভাৱ ! সাগৰৰ বালীয়া পাৰত বিচৰণকাৰীসকলৰ কথা ইয়াত উল্লেখ কৰাৰ প্ৰয়োজন নাই। আমাৰ আগৰ কাহিনীতো আছে—"পাণেশৈ"য়ে বোলে নৈ পাৰ হওঁতে আঁঠুৰ ওপৰলৈকে মেখেলাখন কোঁচাব লগা হৈছিল, তাকে দেখি 'প্ৰেমিক' এগৰাকীৰ তাইক বিয়া কৰাবৰ মন গ'ল। কালিদাসৰ নামত অদ্ভুত গল্প আছে—বিক্ৰমাদিত্যৰ ৰাণীৰ কৰঙনত তিল এটা থকাৰ কথা ৰজাই কব নোৱাৰিছিল, পাৰিছিল হেনো কালিদাসে। এইবোৰ সঁচানে মিছা আমাক নালাগে। কিন্তুমানুহৰ ভিতৰত থকা সেই নিজকে প্ৰকাশ কৰিবৰ

বাসনাই যেন প্ৰতি যুগতে তলে তলে কাম কৰি আহিছে—তাকেহে কব খুজিছোঁ। ফাগুনৰ পছোৱাই যুৱতীৰ বুকুৰ আচল খহাই দিয়ে—তালৈ কবিৰ দৃষ্টি কিয়? গ্ৰাম্য-কাহিনীৰ অশ্লীল ভাবনা এইদৰে 'মাৰ্জ্জিত" সুৰসিক সকলৰো মনৰ মাজত চিৰদিন খেলাই আহিছে।

তেনেহলে মকৰা, তই বাৰে বাৰে পৰি ওলমি থাকি আকৌ ওপৰলৈ কিয় উঠিছিলি? ৰবাৰ্ট ব্ৰুচে তোক দেখি যিটো শিক্ষা পাইছিল, সেইটোৱেই আছিল ভাল। তোৰ চকুৰে নমনা সূতাডাল মণিব পৰা মানুহ আজি কণা হৈ পৰিছেনেকি? আজি সকলো সূক্ষ্ম ৰূপতকৈ স্থূলৰূপ চাবলৈ যেন সভ্যলোক ব্যাকুল!

মকৰা বাইবেলৰ ছাতানতকৈও ছয়তান। সি মানুহক বিপদত পেলাই দিয়েই অন্তৰ্দ্ধান। মকৰাই সূতা কাটি জাল বৈ তাত তাৰ আহাৰক ফান্দত পেলাই ৰহস্য কৰে। মানুহে সূতাৰ জাল বৈ নিজেই তাৰ ফান্দত পৰি থাকিল। এতিয়া সেই জাল ফালিবৰ উপক্ৰম নেকি? অৱশ্যে "মিলৰ" অধিকাৰীসকলৰ কাৰণে চিকাৰ ধৰা জালেই। চৰকাৰৰ কাৰণেও হয়তো পুঠি-কাৰৈ, ৰৌ-বৰালি সকলো ধৰণৰ মাছ ধৰা জালেই। আৰু ভডুৱা 'প্ৰেমিক' সকলৰ চকুত বা মূৰত কেতিয়াবা সি ভাওৰ জাল ("মোৰ এই সেউজীয়াবোৰ বৰ ভাল লাগে"—(আবদুল মালিকৰ গল্প)।··· ··· ···

·········নগৰখনৰ মাজেদি ৰাতি অকলে আহিছোঁ। জিপ্ জিপ্ বৰষুণ দি আছে। বাট-পথ, গছ, দাঁতিৰ

ঘৰ-খুটা সকলো তিতি আছে। আন্ধাৰ ৰাতি। বাটৰ ইলেক্ট্ৰিক লাইটে অৱশ্যে কেৰাচিন তেলৰ চাকিতকৈ বেছি পোহৰ দিয়ে। "নিয়ন্ত্ৰণ" নোহোৱা মটৰ-গাড়ীবোৰে এৰো-প্লেনৰ দৰে আকাশীপথত বেগাব নোৱাৰি পৃথিবীৰ বুকুকে চাৰিফাল কৰি যাব খোজে। হায় পাখিহীন !······মটৰৰ লাইটবোৰ পৰে বিজুলীবাতি আৰু টেলিগ্ৰাফ-টেলিফোনৰ তাঁৰবোৰৰ ওপৰত। আইতাই বাতিকৰা তাঁতশনৰ দৰে জিলিকি উঠে বৰষুণত তিতা তাঁৰ ৰাশি। সেইবোৰ মকৰাৰ জালৰ সূতা নেকি? ঠিক যেন তেনেকুৱাই। আজি গোটেই পৃথিবী ছাটি ধৰিছে মকৰাৰ জালে। মকৰাৰ জালে ঢাকি ধৰা ঘৰখনত মানুহ নাই বুলি ধৰিব পাৰি। মকৰাৰ জালে ঢকা গুহাৰ ভিতৰত গদাপাণি নাই বুলি চোৰাংচোৱাবিলাকে এৰি থৈ গৈছিল (ছাতান ছয়তান হলেও মানুহৰ পৰম উপকাৰী: মকৰাই সতীৰ সতীত্ব জিলিকাই তুলিবলৈ অন্ততঃ যত্ন কৰিছিল যুগে যুগে)। কিন্তু মানুহৰ য'ত ঘনবসতি তাত মানুহৰ জালৰ সূতাবে ঠাইখন ঘেৰা। সাগৰৰ তলিয়েদিও এই সূতা গৈছে। সৰু মকৰাটোৱে এতিয়া "বিশ্বৰূপ" ধৰিলে। তাক মাৰিব কোনে?

মকৰাই এইদৰে বিশ্বৰূপেই ধৰক বা নিস্বৰূপেই ধৰক, কিন্তু যেতিয়া আমাৰ বৰাগী'কায়ে "তাঁতীৰ হাতৰ কাপোৰে জগতখন জুৰিলে, তথাপি তাঁতীৰ গা উদি" বুলি বিননি ধৰিলে, তেতিয়া চকুপানী এটুপি নোটোকাকৈ থাকিব

পাৰোঁনে? আজিও যদি তাঁতীৰ গা উদি (উদং) হৈ থাকিব লগা হল, তেন্তে ইলেক্ট্ৰিক-টেলিগ্ৰাফ-টেলিফোনৰ জালেৰে জগতখন বেৰা হলেও কি সুখটোনো আৰু হ'ল? অসমৰ তেলে গৈ কলিকতা তথা ভাৰতক ধন-পোহৰেৰে চহকী কৰিলেও অসম-গছা যদি আন্ধাৰত থাকিব লগা হ'ল তেন্তে প্ৰকৃতিৰ দানবনো কি অৰ্থটো হ'ল? (বোলে বিধাতাই দিলেও বিৰোতাই নিদিয়ে।) অসমৰ ভাগ্যত বানপানীখিনি কেৱল আৰু শ্বিলঙৰ "দেখিবলৈ ভাল" নিমাত টকলা পাহাৰ কেইটা! অসমৰ দুখ-বানপানীৰ ভাগ লবলৈ কোনেও হাত নেমেলে। সকলো কেৱল "পোহৰৰ প্ৰয়াসী।" ভাৰতত সকলোৱে যেতিয়া পাবৰ দিন তেতিয়া অসমৰ পৰা যাবৰ দিন।

উদি গাটো লৈ তাঁতী পুহমহীয়া জাৰত কঁপক; তাৰ দুখ দেখি যতঁৰে কান্দক, গৰকা ব্যাকুল হওক, 'নাচনী' বলিয়া হওক, বাঁচৰ বুকু থকা-সৰকা হওক,—তাত জগতৰ কি? জনগণমনৰ অধিনায়ক আজি ৰাষ্ট্ৰপতি-ভৱনৰ ভোজ খোৱা বুঢ়া, মোগল-গাৰ্ডেনত মোগলী 'চালত' ৰোমান্স কৰা জাহাঙ্গীৰ!... ...

মকৰা যদি নমৰে—তেন্তে আমি দুৰ্কপলীয়াবোৰেই মৰোঁ আহক।

("কিমিদং ব্যাহৃতং ময়া!!" !!)

—:o:—

# পাৰ্লিয়ামেণ্ট ভৱন

ভাৰতৰ পাৰ্লিয়ামেণ্ট ভৱনটো ঘূৰণীয়া। ঠিক দিল্লীৰ লাড়ুটোৰ দৰে। ইয়াক যি এবাৰ খাইছে সিও পস্তাইছে আৰু যি নাই খোৱা সিও পস্তাইছে।

বহুত ভাৰতীয় ৰাজনীতিবিদৰ আকাঙ্ক্ষাৰ শেষ বিন্দুটো যেন ইয়েই। কুমাৰিকাৰ পৰা শ্ৰীনগৰ, ডিগবইৰ পৰা বোম্বাইলৈকে ভাৰতৰ চতুৰ্কোণ জুৰি মহা আলোড়ন জাগিছে, কেনেকৈ এই শেষ বিন্দুটো পোৱাগৈ হয়—যেন চাৰিওফালৰ পৰ্ব্বতৰ টিঙৰ পৰা নিজৰাবিলাকে ঢাপলি মেলিছে এই ঘূৰণীয়া সমাপ্তিৰ হ্ৰদটোলৈ। কুটুবমিনাৰৰ শ-শ খটখটি বগাই শেষ চূড়াত উঠি তলৰ সমান পৃথিবী-খনলৈ চাই যিটো উচ্চতাৰ গৰ্ব্ব হয়, পাৰ্লিয়ামেণ্ট ভৱনৰ এখন আসনত বহি তাতকৈ কম হয়নে? ভাৰতৰ পতাকাৰ কেন্দ্ৰত ধৰ্ম্ম-চক্ৰ, ভাৰতৰ ৰাজধানীৰ বুকুত ঘূৰণীয়া সংসদ-গৃহ—কেনে তাৎপৰ্য্যপূৰ্ণ! লালকিল্লাৰ ভিতৰুৱা নানান দেৱানী আম, দেৱানী খাচ হৰ্ম্ম্যসমূহে বুকুত হাত চপৰিয়াই পাৰ্লিয়া-মেণ্টৰ হিংসাত কান্দে—"তেহিনো দিবসাঃ গতাঃ" [ সেইদিন আৰু নাই ]! নানান যাত্ৰী-দৰ্শকৰ সন্মুখত নগ্ন শৰীৰৰ জীৰ্ণৰূপ লালকিল্লাই ইতিহাসৰ আৱৰণেৰে ঢাকি ৰাখিবলৈ যত্ন কৰে—কিযে লাজ!

আজি বৃহৎ ঘূৰণীয়া পৃথিবীৰ ভাগ্যচক্ৰও নেকি এই পালিয়ামেণ্ট ভৱন ?—কোনো কোনোৱে কয়। পৃথিবীৰ ভাগ্য ঘূৰাবৰ ষ্টিয়েবিং আজিৰ এই সংসদ-গৃহ। ভাৰত-পদুমৰ চকা এই সংসদ-ভৱন—ইয়াৰ ওপৰতে ৰঙা পাও ৰাখি থিয় দি আছে আই ভাৰতী,—তেওঁক দেখি জগতে আনন্দ পাইছে। ৰাজঘাটৰ সমাধিত বহি মহাত্মাই অনন্তকালৰ যমুনাক স্তম্ভিত কৰিছে। আই ভাৰতীৰ মনত কি শান্তি, কি অসীম তৃপ্তি! সেই পুলকৰ পৰশত অধীৰ হৈ বৈছে নিউ দিল্লীৰ বাটৰ মলয়া—কপাঁহি ফুকাষৰ নিমগছৰ পাত, উৰুৱাই লাহৰী গাভৰুইঁতৰ বুকুৰ ৰঙীণ দোপাট্টা। মোৰ বুঢ়া টাঙাৱালাই মোক সুধিছিল—ভাৰততকৈ ডাঙৰ দেশ পৃথিবীত আছেনে নাই ? মই "আছে" বুলি যদিও উত্তৰ দিলোঁ, তথাপি মোৰ মনত ধিক্কাৰ জন্মিল।

ভাৰত-পদুমৰ সুশোভন চকাটিৰ চাৰিওফালে গুণ-গুণ ভোমোৰাৰ দল, মৌ মাখিৰ সমাৱেশ।—দূৰৰ বন্ধুদল ? নিয়া—যাদ ভালপোৱা ভাৰতৰ অকণি অমৃত-মৌ, কৰাঁগৈ তোমালোকৰ হৃদয় প্ৰশান্ত, বিদ্বেষ-বিষ নাশ কৰি আণৱিক শক্তিৰে জগত-প্ৰগতিৰ ইন্ধন যোগোৱাগৈ।

—:০:—

# চাহৰ পিয়লা

এগৰাকী আছিল সঙ্গীতপ্ৰাণা মহিলা। 'অৰিয়েণ্টেল নৃত্য'ত তেওঁ আছিল পটীয়সী। অসমজোৰা নাম স্বামীজনো ৰসিক বেছ।···বাহিৰৰ কোঠাত স্বামী বহি আছে পুৰাৰ কাগজ মেলি লৈ। আহিল এক বন্ধু অতিথি। ৰসৰ আলাপ চলিল। ভিতৰত থুন্ থুন্ জুন্ জুন্—সেয়া কিহৰ শব্দ? নূপুৰ বাজিছে? বলয়-কঙ্কনৰ ধ্বনি? চাহৰ পিয়লাত চামুচে কৰিছে মৃদু আঘাত! সকলোৰে স-ৰ-গ-ম-প-ধ-নি।··· দুহাতে দুপিয়লা চাহ, পটীয়সী মহিলা গৰাকীৰ খোজত ছন্দ, সৰ্ব্ব-শৰীৰত লয়। বাহিৰ কোঠাৰ ভিতৰ কোঠাব সন্ধিক্ষণত ৰঙীণ পৰ্দ্দা কঁপি আছে কিবা পুলকৰ শিহৰণ লাগি। মহিলাই মুদ্ৰাও এৰিব নোৱাৰে, দুহাতে দুকাপ চাহ—পৰ্দ্দাও গুচাব নোৱাৰে। অৰিয়েণ্টেল ভঙ্গিমাত গাৰে কোনোমতে ঠেলিলে পৰ্দ্দা; কিন্তু হাতৰ সমতা হ'ল ভঙ্গ; পৰি গ'ল নিৰ্ল্লজ্জ কাপ,—লগতে, আগতে, পৰি গ'ল চাহখিনি অতি "চাৰু কলা সুশোভিত" দেৱদুৰ্ল্লভ কাৰ্পেটখনিৰ ওপৰত! হায়! কি অশুভ ক্ষণ! মহিলাৰ মনৰ সমতাও গ'ল আঁতৰি, লগে লগে ইহাতৰ ইটো পিয়লাও পৰিল বাগৰি··· "ছিম্‌পেথেটিক ষ্ট্ৰাইক্?"···বাহিৰৰ প্ৰতীক্ষাৰত বন্ধু আলহী গৰাকীৰ সৰ্ব্ব শৰীৰৰ সাজত পৰিল চাহৰ ছিটিকনি, কাপ

ছুটাৰ "এক দিল্‌কে টুক্‌ৰে হাজাৰ হুৱা" অৱস্থা ; ৰসিক স্বামীৰ ৰস—সংযোজনা শহাপহুৰ দৰে দৌৰ মাৰি পলাল। দৌৰ·· দৌৰ···দৌৰ···। বগলীৰ পাখিহেন বন্ধু-আলহীৰ সাজ-পাৰত ভুমুকি মাৰিলে নাঙৰফুটুকী চিতা বাঘজনীয়ে।·

···· মনত পৰে·· অবিযেণ্টেল নৃত্য আৰু চাহ !····

···এয়া মোৰ সম্মুখত তুমি চাহ একাপ আনি থৈছা ? বেছ, থোৱা। চাহ তুমিয়েই কৰা নহয় জানো ? মই সুধিছে প্ৰশংসা কৰো দেই ! নহলে···

জেন অষ্টেনৰ "প্ৰাইড এণ্ড প্ৰিজুদিছ" উপন্যাসৰ মিঃ কলিন্স্‌টো ! ছজনী ধুনীয়া আবিয়ৈ ছোৱালীৰ ঘৰখনত বেচেৰাই চাহ কাপ বৰ প্ৰশংসা কৰিলে ; আশা কৰিছিল···। কিন্তু বুঢ়ী গৰাকীয়ে কলে, আমাৰ অৱস্থা সিমান বেয়া হোৱা নাই যে আমাৰ কোনোবা এজনী ছোৱালীয়ে চাহ কৰিব লাগিব। অৰ্থাৎ ?—চাকৰে কৰিছিল চাহ কাপ !—সেইবাবে !

এৰা, আমাৰ আগৰ যুগৰ অসমীয়া গল্প-লিখকসকলৰ ৰচনাত এনে বৰ্ণনা বহুত পঢ়িছিলো—চাহ কাপ অতি ভাল হয় যেতিয়া তাৰ কৰোতা গৰাকী হয়।

কালিদাসৰ ছুষ্যন্তটোৱে পানী খাবলৈ ছল কৰি শকুন্তলাৰ ৰূপ ৰাশি পান কৰিছিল নয়নৰ তৃষ্ণা গুচাই।··· কোনো বিশেষ কাপ চাহে মনৰ তৃষ্ণা গুচাবনে ?

এসময়ত যেতিয়া পুৰ্ণিমাৰ জোনাক নামিছিল মোৰ প্ৰাণ-গঙ্গাৰ তীৰত, সেই সময়ৰ কথা। মোৰ বাহ্নিক

লক্ষণ সমূহ মন কৰি সহৃদয় বন্ধু এজনে গহীনাই ভবিষ্যত বাণী কৰিলে—"স্মৃতিয়ে কাপত চাহ বাকি দিব…।" মই বাক্যষাৰ বৰ সুন্দৰ শুনি নোট বহীটোত লৰালৰিকৈ টুকি থলোঁ। এতিয়া কেতিয়াবা বহীটো মেলি চাই দেখোঁ—বন্ধুজনৰ কথা কিমান সঁচা। এতিয়া মোৰ কাৰণে আৰু একো নাই; প্ৰাণ-গঙ্গাৰ জোৱাৰ নাই, পূৰ্ণিমাৰ অকৃপণ কৰুণা বৰ্ষণ নাই। আছে নোটবহীটোৰ সেই বাক্যষাৰ… স্মৃতিয়ে এতিয়া মোৰ শূন্য মনৰ কাপটোত চাহ বাকি দিয়েহি। মই পান কৰি খন্তেকৰ কাৰণে উত্তেজিত হৈ পৰোঁ।……

আমাৰ এৰি অহা সৰুকালৰ গাওঁখনলৈ কেতিয়াবা যাওঁ। ঘৰে ঘৰে চাহ খাবলৈ দিয়ে। চাহ, বাটিতহে দিয়ে। বেয়া নহয়, খোৱাৰ লগে লগে চেঁচা হৈ যায়, কোনো উত্তেজনা আৰু নাথাকে। যিজনী ছোৱালীয়ে চাহৰ বাটিটো আগত থলে হি, তাই বাটিটো খোৱাৰ আগতে ঠাইডোখৰত হাতেৰে মোহাৰ এটা মাৰিছিল। চাহৰ সোৱাদতকৈও সেই শুশ্ৰূষাৰ সোৱাদ বহুত বেছি। তাই যেন চাহ খাবৰ কাৰণে মোক প্ৰণাম জনাই অনুৰোধ কৰিছিল।……মোৰ লগতে ঘৰৰ বুঢ়াজনেও চাহ খাইছিল …কিন্তু কি বিৰাট বাটি সেইটো, নাম হেনো "হাতীখুজীয়া"; সঁচাকৈয়ে সেই আকাৰ। তাত প্ৰায় এসেৰ পানী তেওঁ ধীৰে ধীৰে পি খাইছিল। মোৰ তেতিয়া গদাপাণিয়ে সাত নাও ভাত খোৱা কথা মনত পৰিছিল। অসম দেশ দেখিছোঁ সকলো কথাতে

অসম! কোনো কোনোৰ ঘৰত আকৌ বানবাটিত চাহ দিয়ে। খুৰাত ধৰি চাহ খাব লাগে। বেয়া নালাগে। বানবাটিয়ে যেন মৰম দিব পাৰে, মান ধৰিবও জানে। কিছুমানৰ ঘৰত আকৌ মোক "বামুণ" যেন দেখি "ভাল" পিতলৰ গিলাচত চাহ দিয়ে। কি সাধ্য চাহ খাবৰ! চাহতকৈও গৰম হৈ পৰে গিলাচটো। জেপৰপৰা ৰুমালখন উলিয়াই লৈ গিলাচটো মেৰিয়াই ধৰি কোনোমতে মুখৰ ওচৰলৈ তুলিলো। অজগৰৰহে যেন চুম্বন! ওঁঠত লগোৱা মাত্রকে যমে যেন পাছফালৰ পৰা টিকনিডালত ধৰি টান মাৰি দিলে। ৰেল-ইঞ্জিনৰ জ্বলন্ত কয়লাৰ অগ্নিকুণ্ডটো তৎক্ষণাৎ মনত পৰি গ'ল!

আমাৰ ঘৰত তাহানি "অজাতি' মানুহবিলাকক কলপটুৱাৰ বা তামোলৰ ঢকুৱাৰ খোল ( ( দোং ) সাজি চাহ খোৱা দেখিছিলো। তেওঁলোক দৰিদ্র মানুহ। তেওঁলাকে যি তৃপ্তিৰে চাহ খোৱা দেখিছোঁ, সেই তৃপ্তিৰ গুৰি কি বুজিব নোৱাৰিছিলোঁ। মেয়ো খোল এটা কৰাই তাত চাহ বাকি খাবলৈ আৰম্ভ কৰিলোঁ। কিন্তু ধৰিব নজনাৰ দোষত চাহ আহি মোৰ গাত পৰিল। তৃপ্তি বোধহয় খোলটোত নাই।

বিয়া ঘৰৰ চাহ। ভালকৈ ধোৱা কেৰাচিন তেল বা ঘিঁউৰ টিন বা টৌ এটাত চাহ সিজোৱা থাকে। তাৰে এগিলাচ! মাটিৰ গিলাচত খাবলৈ বেয়া নহয়। এজনৰ মাত্র চুমাৰ পৰশ পাই জীৱনটো ধন্য মানি তৎমুহূর্ত্তে

বেচেৰাই "সতী" যায়। কিন্তু হোটেলৰ চাহৰ পিয়লাটো! বেশ্যাৰ ওঁঠৰ দৰে অজস্ৰ স্পৰ্শৰ ক্ষয়ৰোগৰ বীজাণুৰে ভৰা তাৰ সৰ্ব্বশৰীৰ।

চাহৰ পিয়লাটো আৰু ওঁঠ দুয়োৰে মিলনৰ মাজত কত অন্তৰায় ( There is many a slip, between the cup and the lip )! ৰবি ঠাকুৰে নাৰীৰ বৰ্ণনাত কোৱাৰ দৰে ( খণিৰ পৰা সোণ আহিছে, সাগৰৰ তলীৰ পৰা মুক্তা আহিছে, নাৰীক সজাই তুলিবলৈ, পুৰুষে নিজৰ মনৰ সৌন্দৰ্য্য সঞ্চাৰি নাৰীক কৰি তুলিছে মহীয়সী...... ) এপিয়লা চাহ হ'বৰ কাৰণে শালৰ পৰা আহিছে গুৰ, কাৰখানাৰ পৰা আহিছে চেনি, কল-ঘৰৰ পৰা আহিছে পাত, চীন দেশৰ পৰা (?) আহিছে মাটি ( 'চীনামাটি' )। 'অৰিয়েণ্টেল' দেশৰ পৰিছে তাত নানান "ডিজাইন"ৰ আভৰণ ( শান্তি-নিকেতনী ?)...অষ্ট্ৰেলিয়া-নিউজীলেণ্ড-আমেৰিকাৰ পৰা আহিছে গাখীৰ বা তাৰ পাউদাৰ, আৰু কত কি!

আমাৰ দেশৰ মানুহে এসময়ত কানিও চিনি নাপাইছিল, চাহো চিনি নাপাইছিল। চাহৰ কাপত শোহা মাৰি শ্ৰীশঙ্কৰদেৱে 'ৰুক্মিণী হৰণ' পুথি লিখিছিলনে? কিন্তু আজিৰ কবি-সাহিত্যিকৰ হলে কলম তিওৱাৰ আগতে চাহ একাপ নহলে নচলে। লাচিত বৰফুকনে শৰাই-ঘাটলৈ যাওঁতে চাহ খাই গৈছিলনে কানি খাই গৈছিল? কিন্তু আজি ফুটবলটোত গোৰ মাৰিবলৈ যোৱাৰ আগতো চাহ একাপ লাগে!

চাহৰ নেমুটেঙা এচকল পায়ো যিবিলাকৰ ভাত খোৱা নহয়, তেওঁলোকে মদৰ ৰবাব জোপালৈ হাত মেলিবলৈ যায়। ৰবাবটো কিন্তু মূৰৰ ওপৰতে সৰে, মূৰটো আৰু মূৰ হৈ নাথাকে।

—:০:—

# জেঠ

জেঠ। বৰ গৰম মাহ। চোকা টেকেলাৰ দৰে ৰ'দে চকু মেলি চায়। সেই কাৰণেই ই কাৰো যেন প্ৰিয় নহয়। কবি সকলে বসন্ত বৰ্ণনা দি ক্ষান্তি পোৱা নাই। ফাগুনীৰ উলাহত, বহাগীৰ মেলাত কবি উত্ৰাৱল, সৰ্ব্বসাধাৰণ বিতত। শৰতৰ স্নিগ্ধ কান্তিতো জগত মুগ্ধ। বৰ্ষাৰ বিৰহ-কাব্য সকলোৰে আদৰৰ। হেমন্তৰ প্ৰাচুৰ্য্যই দুখীয়া পৃথিবীক আনন্দ নিদিব কিয়? শীতৰ পাছতে বসন্ত আহিব, এই আশাতে বসন্তৰ বহনকাৰী বুলি হয়তো শীতো অনাদৃত নহয়। তাতে জাৰকালিৰ জুহালখন। তাৰ কাষৰৰ বুঢ়ী আইৰ সাধুকথা কেইটিৰ লোভ কোনেনো সামৰিব পাৰে! আকৌ আছে মাঘৰ বিহু!

কিন্তু জেঠ! এই মাহত উৎসৱ নাই, উলাহ নাই। প্ৰখৰ ৰ'দৰ তাপত মানুহৰ তালু ফাটে, অণ্ঠে-কণ্ঠে শুকায়।

ইমান চোকা তাপৰ জেঠ মাহকনো কোনে ভাল পাব? কাম-বন এটা কৰিব নোৱাৰি। গাত কেৱল ঘাম বাগৰে। বাহিৰলৈ ওলোৱাও টান। যিহে খৰ! পথাৰ শুকাই ফাটি চিৰাচিৰ দিয়ে। কিন্তু এই জেঠৰ বিষয়ে আমাৰ অকণো ভাল ভাবনা নাইনে? বসন্তৰ কুঁহিপাত কুঁহি হৈ থাকিলে সংসাৰত টিকিব কেনেকৈ? কত ধুমুহা, শিল-বৰষুণৰ খুন্দা সহ্য কৰিব লাগিব। জেঠে এই কুঁহিপাতক ডাঠ সেউজীয়া কাৰ তোলে। অকল আমৰ ফুল আৰু কলিকিটাই কি কৰিব? সিহঁতক পুষ্ট কৰিব লাগিব—সকলো যা-যোগাৰ দি সিহঁতক পৃথিবীৰ উপকাৰৰ কাৰণে পকাই তুলিব লাগিব। জেঠে এই কাম হেলাৰঙে কৰে। আহাৰৰ ক'লা ডাৱৰ চপৰানো ক'ৰপৰা আহে? জেঠৰ কাতৰ নিমন্ত্ৰণ নোহোৱা হলে সাগৰে কিয় বিচলিত হৈ জলৰাশিক ভাপৰূপত প্ৰেৰণ কৰিলেহেঁতেন? আৰু পথাৰ-নৈবিলাকে বাৰিষাৰ আনন্দ যে কৰে ইও কেৱল জেঠৰ পৰিযত্নৰ কাৰণেহে। বিৰহী যক্ষই কূটজফুলৰ অৰ্চ্চনা দিবলৈ কেনেকৈ পায়—যদি জেঠে তেনে কাঠ এজোপাক ফুলাই নোতোলে! আটাইতকৈ তীব্ৰ গোন্ধৰ ফুলৰ গছবিলাক এই সময়তে হয়তো ফুলে। বকুলে আপোনাক এই সময়তে আকুল কৰি নিশ্চয় তুলিব। কৰচ, সোণাৰু, গোলমোহৰ আৰু "এজাৰ গছৰ বেজাৰ গুচাই" হেজাৰ হেজাৰ ফুলবিলাক বাটৰ দাঁতিয়ে বননিয়ে এই সময়তে ফুলে। কৃষ্ণচূড়াৰ ওপৰখন এনে দেখায় যেন

ৰঙা ডাৱৰ এচপৰা গছজোপাৰ ওপৰত লাগিহে ধৰিছে। আৰু আন আন ফুলৰ নাম নাজানো,—সেইবিলাকৰ নাম ইয়াত দিলোহেঁতেন। বিলে-পুখুৰীয়ে ভেট-পদুমৰ ফুলাৰ অন্ত নাই।

এই মাহত আপোনাৰ কাপোৰ-কানিৰ বৰ বেছি দৰকাৰ নাই। ঘৰত হ'লে শুদা গাৰেই থাকিব পাৰে। গৰমে মানুহক ত্যাগী কৰা যেন দেখা যায়। হয়তো গৰম দেশ কাৰণেই ভাৰতত সাধু-যোগী বেছি গছৰ তলৰ জুৰ ছাঁত বহি এই সময়ত ধ্যান কৰিবলৈহে যেন ভাল। গছৰ ছাঁত বহি ভৰ দুপৰীয়া গৰু-গাইবিলাকে ডাঙৰ ডাঙৰকৈ উশাহ টানি টোপনিওৱা আপুনি দেখিছেনে? সেই দৃশ্য তৃপ্তিদায়ক। গছৰ ছাঁত বহি কোনোবা গৰখীয়াই পেঁপা বা বাঁহীত সুৰ তুলিলে জিলীৰ দীঘলীয়া তানৰ লগত মিলি গৈ আপোনাৰ কলাঘুমটি আনি দিব পাৰে।

কিন্তু জেঠ মাহৰ গধূলিটো আপোনাৰ ভাল লগা উচিত। আকাশত ইমানবোৰ তৰা। পৃথিবীত ইমানবোৰ জোনাকী। আপুনি আৰু কোনো সময়তে নেদেখে। আপোনাৰ থকা ঠাই যদি লুইতৰ পাৰত বা আন কোনো নৈৰ পাৰত হয় তেন্তে আপুনি নিজকে ভাগ্যবান বুলিব পাৰে। নৈৰ মূল্যটো হয়তো এই সময়তে আপুনি বেছিকৈ বুজিব। নৈৰ পৰা বৈ অহা জুৰ বতাহছাটি স্বৰ্গৰ পৰা বৈ অহা যেন লাগিব। গুৱাহাটীৰ নৈৰ পাৰৰ বাটটোত লৰী-মটৰ অহা-যোৱা বন্ধ—মানুহৰ বায়ু-সেৱনৰ ইমানেই হেঁপাহ!

নগাঁরৰ কলঙৰ পাৰতো, যোৰহাটৰ বৰপুখুৰীৰ পাৰতো, শ্বিলঙৰ ৱার্ড লেকৰ পাৰত··সকলোবে আকর্ষণৰ ঠাই। আৰকালি এই ঠাইবিলাক হয়তো অচিনাকী হৈ থাকে। ······কিন্তু যাত্রীসকলৰ কাৰণে এই সময় বৰ ভাল নহয়। পানীৰ যাত্রীসকলে অৱশ্যে গৰম দিনৰ যাত্রা ভাল পায়। মানুহবিলাক প্রায়ে সাত্বিক হবলৈ ভাল পায় এই সময়ত আহাৰাদিতো। কুমলীয়া ডাব, 'ছৰাপ', চৰ্বৎ ফল-মূল, বৰফ, আইচক্রীম কেৱল আকর্ষণৰ বস্তু। আৰু গাঁও-ভূঞ্চলত গছৰ ছাঁত বহি, বহুত দূৰলৈ চাই চাই দহেচাৰা আম কাটি চকলা-চকলকৈ নিমখ লগাই খাবলৈ বেয়ানে? পাহাৰৰ কাষত হলে নিজৰাৰ নির্ম্মল পানী চলুৱে চলুৱে পিবলৈ কিমান মিঠা লগা! ভৈয়ামৰ পথাৰৰ দাঁতিত গৰুবিলাকে নৈৰ ঘাটলৈ নামি গৈ গোটেই জাকটোৱে একেলগে পানী খোৱা দৃশ্য চাবলৈ কিমান ভাল! পানীপিয়া চৰাইটোৰ অন্তৰভৰা আকুল পিয়াহ পৃথিবীৰ চকু জুৰণীয়া দৃশ্যই নিশ্চয় আঁতৰ কৰিব। কুমলীয়া বাঁহৰ গাঁজৰ খৰিচা আৰু মৰাশাকৰ জুৰ বৰ তৃপ্তিদায়ক খাদ্য। হালকোৰ-বোৱাইঁতলৈ ছুদিনীয়া পঁইতা ভাতেই সকলো কষ্টৰ লাঘৰকাৰী। অসম অৰণ্যৰ দেশ। অৰণ্যৰ মৰম আমি বুজিব পাৰোঁ জেঠমাহত। আমাৰ সৰহভাগেই গাৱঁলীয়া; বিজুলী-শক্তিৰ দ্বাৰা চালিত বিচনী আদিৰ ব্যৱহাৰ এতিয়াও শতকৰা কেইজনে পাইছে? অৰণ্যৰ ছত্রছায়াত আশ্রয়, জীৱ

বিৰাম। অৰণ্যৰ ফলমূল, অৰণ্যৰ চৰাইৰ গীত, অৰণ্যৰ পাতে-বাঁহে সজা পঁজাটি···ইয়াকেই আমাৰ জীৱন। অৰণ্যৰ মাজত আমি শান্ত, কিন্তু “অসভ্য” (!!) নহওঁ॥

# বান্দৰ ককা

ডাৰউইন ছাহাবক কিহে পালে বান্দৰক আমাৰ পূৰ্ব্বপুৰুষ বুলি কবলে? বান্দৰৰ লগত হেনো আমাৰ বহুত কথাৰ মিল আছে। আমাৰ ককা বান্দৰ; মুখখন তাৰ সঁচাকৈয়ে বুঢ়া মানুহৰ নিচিনা। বোলে, বুঢ়াৰ হেনো ল'ৰা স্বভাৱ হয়। বান্দৰৰ সেয়েহে ইমান উন্তুগালি! হেৰ বুঢ়া বান্দৰ, তোৰ নাতিয়েৰহঁতৰ আগত জপিয়াই ফুৰিবলৈ লাজ নালাগেনে? নাতিহঁতে অৰ্জ্জন কৰা বস্তুৰ ওপৰত যেন তাৰ সম্পূৰ্ণ অধিকাৰ আছে, সেযেহে আমাৰ শস্য-বস্তুবিলাক সি ইমান দেও দি দি খাই ফুৰে! হে বান্দৰ, নাতিয়েৰহঁতৰ পাতলৈ কি থাকিল অলপ ঘুৰি নাচাৰ কিয়! গছৰ ডালত থাক দুখ নাই, কাপোৰকানি পিন্ধালৈ খবৰ নাই। ধুন মাৰি মাৰি বুঢ়া গান্ধীৰ দৰে তোৰ আমনি লাগিলত এয়া হবলা নঙঠা বেশ! পিছে তোৰ নেজডাল নাতিয়েৰহঁতক নিদিলি কিয়? এৰা, নাতিয়েৰহঁতে সৰু

নেজডাল কি চম্ভালিব! বামুণে মূৰৰ টিকনিডাল এৰিলে আৰু লগুনডালো চম্ভালিব নোৱাৰাতহে পৰিছে, নেজডাল আৰু কি ৰাখি খালেহেঁতেন।

পিছে তইযে প্ৰভু ৰামচন্দ্ৰৰ লগত ত্ৰেতাযুগত লঙ্কালৈ গৈছিলি, তাৰ কাহিনী সুশুনাৰ জানো। কচোন ক, ৰামে সীতামাতৃৰ দুখত কেনেকৈ কান্দিছিল। তই হবলা লঙ্কাৰ হাবিখন ভাঙি ঘৰ-দুৱাৰ খাস্তাং কৰি বৰ বীৰটো হৈ ফুৰিছিলি? তোৰ লগৰীয়াবোৰ অসুৰৰ হাতত মৰিল, তইনো কেনেকৈ সাৰি আহিলি? হেৰ, শিলবোৰ সাগৰৰ পানীত কেনেকৈ ওপঙাইছিলি কচোন। আমাৰ দুখীয়া ৰায়তৰ বানপানীত কি দুৰৱস্থা দেখা নাইনে? তোৰ শিল ওপঙোৱা বুদ্ধিটো পালে দেখোন নাতিয়েৰহঁতে বানপানীৰ সাগৰৰ ওপৰতে ছহৰ সাজি থাকিব পাৰে।

সুফল কদলা কথাটো তই বৰ বঢ়িয়াকৈ জান দেখোন! সেয়েহে কলথোকালৈ তোৰ ইমান লোভ! হেৰ, তোৰ উৰ্ব্বৰ পৰিপক্ক মগজৰ দুই এটা উপদেশ নাতিয়েৰহঁতক নিদিয় কিয়? সিহঁতে কল নাখাই কঠালটোহে খাবলৈ বিচাৰে পৰৰ মূৰত ভাঙি! নাৰিকলৰ মোল তই বোলে সুবুজ! হেৰ, নাৰিকলটো বোলে ঋষিৰ মূৰ, তইনো মূৰ্খ নাতিয়েৰহঁতৰ দৰে ঋষিৰ মূৰটো আৰু খাবিনে! চাচোন, তোৰ ভুল ধৰিবলৈ গৈ মূৰ্খহঁতে নিজৰ ভুলৰে প্ৰমাণ দিয়ে।

তইযে এতিয়া বন-অৰণ্যত থাক, নাতিয়েৰহঁতৰ দৰে ঘৰদুৱাৰ সাজি নাথাক, তাৰ কাৰণটো ইহঁতে নুবুজে। তই এতিয়া বুঢ়া, তোৰ এতিয়া বানপ্ৰস্থাশ্ৰমৰ সময়, গৃহস্থাশ্ৰমলৈ আৰু কিয় ঘূৰি আহিবি ? এসময়ত, ডেকাকালত তই নিশ্চয় সোণৰ ঘৰদুৱাৰ সাজি আছিলি নহয়নে ? তই ৰামচন্দ্ৰৰ দিনৰে মানুহ, তোৰ সোণৰ ঘৰদুৱাৰ অযোধ্যা নগৰীত আছিল। পিছে ৰামচন্দ্ৰও গল, অযোধ্যাও গল। এতিয়া তোক সেইদেখি নাতিয়েৰহঁতে ঘৰদুৱাৰ নাইকিয়াৰ নিচিনা অৰণ্যবাসী বুলি হাঁহে।

ডাৰউইন ছাহাবে তোক চিনি পাইছিল, তেখেত নিশ্চয় ৰামভক্ত আছিল। এৰাতো, ৰামভক্ত নহলে ইমান পৃথিবীজোৰা পুণ্যৰ খ্যাতি থাকিব পাৰেনেকি ? এতিয়া স্বৰ্গত ছাগৈ তেওঁ ৰামৰ ঘৰত বেছ আদৰ-অভ্যৰ্থনা পাইছে, সীতা-দেবীয়ে কৰি দিয়া চাহ-জলপান খাই আমোদ কৰি আছে ···· তই ভালকৈ যুদ্ধ কৰিব পৰা কাৰণে ৰামচন্দ্ৰই তোক একো উপহাৰ দি থৈ যোৱা নাইনে ? কিবা বীৰচক্ৰনে ভিক্টৰীয়া ক্ৰছ নে তেতিয়াৰ দিনৰ আন কোনোবা সীতা-ক্ৰছ, দশৰথ-ক্ৰছ একো তই লাভ কৰা নাছিলিনে ? অ, কি কৈছ,—ৰামচন্দ্ৰই তোক এখন ধেনু উপহাৰ দিছিল ? পিছে সেই ধেনুখন কি কৰিলি ? তোৰ নাতিয়েৰহঁতক দিছ ? অ,' এতিয়া হবলা সেইখন ধেনুৰেই তোলৈ নাতিয়েৰহঁতে বাটলুগুটি মাৰে ? ইস্ ! ইস্ !······আৰু

তোৰ গাত জাৰ লাগিব নোৱাৰাকৈ ৎকা এই ডাঠ নোমৰ জাৰ কোট (Fur Coat) টো কোনে দি গল? সীতা-দেবীয়ে নিজৰ হাতেৰে গুঠি? অ', লঙ্কাত বনবাস কৰোতে সীতাৰ কোনো কাম নথকাত লঙ্কাৰ বজাৰৰ পৰা তোৰ হতুৰাই উনীসূতা অনাই তোলৈ সেই কোটটো কৰিছিল। বেছ ভাগ্যবান তই কিন্তু দেই! সীতামাতৃৰ হাতৰ অমৃতপৰশ লাগি সেইবাবেহে কোটটো চিৰকলীয়া হৈ ৰল। পিছে এতিয়া সীতাদেবী নাই, নাতিহঁতৰ গাৰ কাপোৰ সেইবাবে ছিগি-খহি যায়। যি উদং সেই উদং।

তই জুপুকা মাৰি কেতিয়াবা কিবাকিবি ভাব। তোৰ মনত দুখ আছেনেকি?– নাতিয়েৰহঁতৰ ৰামভক্তি কমি গৈছে কাৰণে? নে সিহঁতে তোৰ মৰ্য্যদা নুবুজা দেখি? তই কঁকাল-পৰা বুঢ়া। চাৰিওখন হাত-ভৰিৰ ওপৰত নগলে তোৰ নহয়। তোৰ এই শেষ কালতো নাতিয়েৰহঁতে তোক অলপো মৰম-যত্ন নকৰে। এৰা, নাতিয়েৰহঁত বৰ স্বাৰ্থপৰ হৈ গল, সিহঁতে নিজৰ বাহিৰে কাৰো কথা নাভাবে। তই সিহঁতক একো উপদেশ দিব নোৱাৰনে? এদিন তোৰ গতি সিহঁতৰো হব; সিহঁতৰ যিবিলাক পুতেক নাতিয়েক হব, সেই বিলাকে সিহঁতলৈ শিলগুটি নদলিয়াবনে? তোৰ শাওপাত লাগিবই লাগিব। তোৰ আজু-নাতিয়েৰহঁতে এতিয়াৰ এই নাতিয়েৰহঁতক নিজৰ পুৰ্ব্বপুৰুষ বুলি কবলৈ লাজ কৰিব। তোক চিনাকী কৰি দিবলৈ ডাৰউইন ছাহাবৰ দৰে তেতিয়া আৰু ডাৰউইন

ছাগাবৰ দৰকাৰ হব। সেই আজ্-নাতিয়েৰহঁতৰ উজ্জ্বল সভ্যতাত এই নাতিয়েৰহঁতক অতিকৈ বনৰীয়া, অসভ্য উলঙ্গ যেন দেখাব। তোৰ নাতিয়েৰহঁতে এইৰূপ ভাবি চাইছেনে?

# বেয়া চেহেৰা

বেয়া চেহেৰাক নিন্দা কৰা ভাল নহয়। উদাহৰণ আমি দিওঁ। চাণক্যৰ বেয়া চেহেৰাৰ কাৰণে মগধৰ ৰজাই তেওঁক অপমান কৰি বাকৰ পোতকেই পালে। তেওঁৰ বংশ সিংহাসনচ্যুত হ'ল।

শূৰ্পণখাৰ চেহেৰা বেয়া আছিল। তেওঁক নাক-কাণ কাটি লক্ষ্মণেনো কি ভাল কামটো কৰিলে? ফলত সীতাহৰণ, লঙ্কাদহন. ৰাম ৰাৱণৰ মহাযুদ্ধ।

চাৰ্চিলৰ চেহেৰা বেয়া আছিল। কিন্তু সেই বুলি তেওঁ আজি জগতত সম্মান নাপায়নে? আমাৰ অসমৰ পণ্ডিত ডঃ বাণীকান্ত কাকতীৰ চেহেৰাওনো কি ভাল আছিল? অথচ তেওঁ সম্মান জানো পোৱা নাই আজিলৈকে?

বোলে, অতিশ্ৰী হতশ্ৰী। 'দেবদাস' উপন্যাসত শৰৎ চাট্টাৰ্জ্জীৰ নায়কৰ এষাৰ বাক্য মনত পৰে—"এত ৰূপ

ভালো নয়। অহঙ্কাৰ বেড়ে যায়। তাই চাঁদেৰও কলঙ্ক আছে।" এই বুলি দেবদাসে পাৰুলৰ মুখত বৰশী দাঁড়িৰে কোবাই দাগ বহুৱাই দিলে।

আমাৰ বিহু গীতেও কয়—'চোমৰে চিবিলি পাত।
অতি ধুনীয়ালৈ ছোৱালী নিদিবি,
খাবলৈ নোযোৰে ভাত।'

কি পুৰুষ, কি তিৰোতা, কাৰো বৰ ৰূপ ভাল নহয়। শ্ৰীবৎস ৰজাৰ পত্নী চিন্তাদেবীয়ে সেয়েহে বিপদ কালত সূৰ্য্যৰ পৰা কুৰূপ মাগি লৈছিল।

## পদুম

যি লক্ষ্মী চঞ্চলা, তেওঁৰ গমনৰ মূল চৰণ দুটি সাৱট মাৰি ধৰি আছে পদুমে। লক্ষ্মী আৰু যায় কলৈ? পদুম যিমান সময় থাকিব, সিমান সময়লৈকে লক্ষ্মীও থাকিব। যিমান সময়লৈকে পদুম থাকিব, তেতিয়ালৈকে পোহৰ থাকিব, জ্ঞান থাকিব, শ্ৰী থাকিব, অমৃত থাকিব। সূৰ্য্যই পূব দিগন্তত দেখা দিয়াৰ লগে লগে প্ৰণয়কোঁৱৰৰ সম্মুখত ধৰিত্ৰী দেবীয়ে দাঙি ধৰে প্ৰেমৰ এই উপহাৰটি—এটি পদুম। সূৰ্য্যই তাক

দেখা পাই যি হাঁহি হাঁহে তাতে প্ৰকাশিত হয় গোটেই জগতখন। গধূলিৰ লগতে বিষাদৰাশি আন্ধাৰৰ দৰে নামি আহে ধৰণীৰ বুকুলৈ,—নিশা নিশ্চলভাৱে পৰি থাকে হত-ভাগিনী পতিহীনা নাৰীৰ দৰে—ক'লা বসনখনি গাত মেৰিয়াই।

পদুম ফুল সেয়েহে বহুত দিনৰ পৰা আদৰৰ হৈ আহিছে জগতবাসীৰ। গজ-মূৰ্খবিলাকে এই পদুমনি ভাঙি পেলাই তাৰ আলু উভালি পদুমক মাৰি পেলায়। কৃপণ মানুহৰ দৰে শীতৰ নিৰ্দ্দয়তাৰ তাড়নাতো পদুমনি মৰহি যায়। য'ত প্ৰাচুৰ্য্য নাই তাত আনন্দ নাই। য'ত উদাৰতা নাই তাত পদুম নাই যাৰ উদাৰতা নাই সি পদুমৰ সঙ্গত থাকিও পদুমৰ নিচিনা হব নোৱাৰে—বিষাক্ত সাপৰ দৰে ক্ৰূৰ হৈযে থাকে।

ঈশ্বৰৰ সমগ্ৰ দেহাৰ (ইন্দ্ৰিয়গ্ৰাহ্য তথা ইন্দ্ৰিয়াতীত) নাভী-কেন্দ্ৰত যিপাহ পদুমফুল ফুলিছিল তাতেহে সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ জন্ম হৈছিল। ইন্দ্ৰিয় আৰু অতীন্দ্ৰিয়ৰ মাজভাগত সেই পদুম আছে, তাতহে লক্ষ্মী আছে। মানুহৰ ভাব-সমুদ্ৰ মন্থন কৰাৰ অৱশেষত সেই সৰ্ব্বশ্ৰী লক্ষ্মীৰ আৱিৰ্ভাৱ হয়। অসুৰ-শক্তি আৰু দেৱ-শক্তি দুয়োটাৰ প্ৰয়োজন হয় এই মন্থনৰ কাৰণে। শৰীৰ আৰু আত্মা দুয়োকে স্বীকাৰ কৰি লৈ যুক্তিৰ বাসুকীক সংযুক্ত কৰি বিবেচনাৰ মন্দৰগিৰিক সোঁমাজতে বান্ধিব লাগিব। প্ৰথমতে আৰ-তাৰ বাহন হাতী-ঘোঁৰা আদিবোৰৰ আৱিৰ্ভাৱ হব। অৱশেষত উঠি

আহিব লক্ষ্মী আই—যি চিৰন্তন পুৰুষৰ হৃদয়প্ৰিয়া। যি অক্ষয়-অব্যক্ত, যি চিৰ-বৰ্ত্তমান, তেওঁৰ কিন্তু প্ৰিয়া গৰাকী হ'ল চঞ্চলা, অতি ক্ষণস্থায়ী। ঈশ্বৰৰ মনত হয়তো এইটোৱেই দুখ আছিল। যাক তেওঁ আটাইতকৈ ভাল পায় তেওঁক চিৰকাল বুকুৰ ওচৰতে পাবলৈ বিচাৰে। পদুমে আগবাঢ়ি আহি ক'লে—"মই আপোনাৰ কামনা পূৰণ কৰিম।" দশোদিশে এশটা ( এহেজাৰ ? ) পাহি মেলি সি অন্তৰীক্ষ আৱৰি ধৰিলে—লক্ষ্মী আইৰ চৰণ ঘেৰি, যাতে আইৰ ভৰি দুটি কোনোফালে আগবাঢ়ি যাব নোৱাৰে। কিন্তু পদুম নিজেই স্থায়ী নহয়,—মাত্ৰ দিনটোৰ কাৰণে ফুলে—তাৰ পাছতে বিদায়। লক্ষ্মী আইৰ চৰণ দুটি কেনেকৈ ই চিৰকাল ধৰি ৰাখিব পাৰিব ? সেয়েহে নিশাৰ নিশাটো ধৰণীৰ বুকুৰ দুখৰ অন্ত নপৰে। সহস্ৰ তৰাই আকাশৰ গবাক্ষেদি জুমি জুমি চায়—কি হৈছে পৃথিৱীত—কি হৈছে জগতত! লক্ষ্মী আইক বিচাৰি জোনাকীবোৰে আন্ধাৰৰ অৰণ্যত বাট খেপিয়াই ফুৰে। আকাশৰ অনন্ত ৰাজ্যত উল্কাৰ দূতবোৰ অ'ৰ পৰা ত'লৈ লৰালৰি কৰে। সৃষ্টিকৰ্ত্তা ব্ৰহ্মাৰ বাহন হাঁহটোৱে পদুম মৰহাৰ লগে লগে মানসৰ বিল এৰি ক'ৰবালৈ উৰা মাৰে—তাৰ লগে লগে উৰি যায় সৰস্বতীৰ হাঁহটোও—"জনহীন কাঁশফুল্ল নদীৰ পুলিন"ৰ অভিমুখে।

পৃথিৱী নিশ্চল, নিষ্কৰ্ম্ম, নিজান-নিতাল-সুপ্ত। আকৌ বসন্ত কেতিয়া ঘূৰি আহিব ? নানান সম্ভাৰেৰে ভৰপূৰ থাল লৈ পৃথিৱীয়ে অৰ্চ্চনা কৰিব শ্ৰীৰ শ্ৰীচৰণ।

ইন্দ্রিয় আৰু অতীন্দ্রিয়ৰ মাজতে সময় আৰু ব্যাপ্তিৰ পৰিধি-ৰেখাডাল পৰিছে। এই ৰেখাডালৰ ভিতৰলৈ ইন্দ্রিয় আৰু বাহিৰলৈ অতীন্দ্রিয় আছে। এই ৰেখাডালৰ ওপৰতে পদুমপাহ ফুলিছেনে? সময় আৰু ব্যাপ্তি বৰ দুখীয়া; ইহঁতে কাকো এক মুহূর্ত্ত আৰু এক বিন্দুৰ অধিকাৰৰ বাহিৰে আৰু একো দিব নোৱাৰে। ব্রহ্মাই ইয়াৰ মাজতে কুমাৰৰ দৰে ঘটটো তৈয়াৰ কৰি থবলৈ পায়হে, লগে লগে সময়ৰ মামৰ তাৰ ওপৰত পৰি সি ক্ষয়প্রাপ্ত হবলৈ ধৰে। এক মুহূর্ত্তৰ পাছতে আন এটা ঘটে আহি পূর্ব্বৰটোক কয়—"তই ইয়াৰ পৰা গুচ, এইখন মোৰ ঠাই!" সময় আৰু ব্যাপ্তি দুয়ো দুখন কাণত ধৰি সৃষ্টিজনক শূন্যৰ বুকুত দিয়ে দলিয়াই। শেষ, আৰু সকলো শেষ!......

লক্ষ্মীৰ ভয় লাগে, এইখন নির্দ্দয় সৃষ্টিৰ ভিতৰত তেওঁ কোন ঠাইত খন্তেক থিৰেৰে থাকিব পাৰিব? নিষ্ঠুৰ কাল আৰু ব্যাপ্তিয়ে কাক পৰোৱা কৰে? ক্ষণিকতে আহি সিহঁতে যদি লক্ষ্মীক অপদস্থ কৰি অৱমাননা কৰে? ঈশ্বৰৰ প্রিয়াৰ এই দুর্দ্দশা, এই অস্থিৰতা, অশান্তি। পদুমফুল পাহে সৃষ্টি আৰু অসৃষ্টিৰ মাজত বৈ থাকে—তলত সৃষ্টিৰ অনন্ত সময়-ব্যাপ্তিৰ জলৰাশি, ওপৰত অসৃষ্টিৰ শূন্য আকাশখন; এডাল সূক্ষ্ম ৰেখা-স্বৰূপ নালৰ ওপৰত সি থিয় দি থাকে। কিন্তু তলত কাল আৰু ব্যাপ্তিয়ে নালডালক বেয়াকৈ চেঁপা দিয়ে। ইফালে পদুমৰ চিৰকাল জীয়াই থকাৰ আগ্রহ।

ওপৰৰ পৰা সূৰ্য্যদেৱতাই মাতিছে আৰু মাতিছে, ওপৰৰ আকৰ্ষণ আৰু তলৰ চেঁপা - এই দুয়োৰে মাজত পদুম ক্ষীণাই শুকাই যাবলৈ ধৰে। লক্ষ্মীয়ে কাল-ব্যাপ্তিৰ জলৰাশিৰ লগত সম্বন্ধ নাৰাখি পদুমৰ বুকুত থিয় দি ওপৰৰ আকাশলৈ, সূৰ্য্যৰ কাষলৈ হাত দুটি মেলি উঠি যাব'ল বিচাৰে। পদুমৰ প্ৰাণ লক্ষ্মী আনহাতে সূৰ্য্যৰ প্ৰাণো লক্ষ্মী। লক্ষ্মী জানো অসৃষ্টিৰ অন্তৰীক্ষলৈ উঠি যাব পাৰিলে? পদুম শুকাই সৰি পৰাৰ লগে লগে তেওঁৰ দেখোন ভৰি দুটি থৈ থিয় হবলৈকে ঠাই একণ নাইকিয়া হৈ গ'ল। তেওঁ ক'লৈ যাব? সূৰ্য্যও আঁতৰি গ'ল। তেওঁ কলৈ যাব, কাক চাই থাকিব? কাল-ব্যাপ্তিৰ হাত সাৰি তেওঁ চিৰ নিৰ্ব্বাণ লাভ কৰিব?

পদুমক আমি চকুৰে দেখোঁ, কিন্তু লক্ষ্মীক নেদেখোঁ। সূৰ্য্য আমাৰ চকুৰ আগত উজ্জ্বল, কিন্তু আমি তাক চাব নোৱাৰোঁ—চালেই দৃষ্টিহীন অন্ধ হৈ যাওঁ। পদুমক আমি ছিঙি আনি নিজৰ কৰিবলৈ বিচাৰোঁ, কিন্তু লক্ষ্মীক লগ পোৱাই টান আৰু সূৰ্য্যদেৱক নিজৰ কৰিবলৈ বিচৰা ধৃষ্টতা। পদুমক ছিঙি আনি আমি নষ্ট কৰোঁ আৰু লগে লগে লক্ষ্মীক খন্তেকতে নিৰ্ব্বাসন দিওঁ। লক্ষ্মীক হেৰুৱাৰ পাছত সূৰ্য্যক বিচাৰিবলৈ যোৱা অৰ্থহীন।

আমাৰ হৃদয়ৰ পদুমপাহ যদি ফুলাব পাৰোঁ, আৰু তাক নিছিঙাকৈ সদায় ৰাখিব পাৰোঁ, তেন্তে লক্ষ্মী সদায় আমাৰ ঘৰতে থাকিব। লক্ষ্মীৰ মোহত সূৰ্য্যদেৱো আমাৰ

ওপৰৰ আকাশখনত চিৰোজ্জ্বল হৈ থাকিব। শৰীৰ আৰু আত্মাৰ মাজভাগত এই পদুমফুল ফুলিব;—কপালত নহয়, ধনৰ চন্দুকত নহয়, ফুলদানীত নহয়, ফুলনিবাৰীত নহয়। মোৰ স্ত্ৰীয়ে তাক খোপাত পিন্ধিবলৈ আশা কৰা ভুল হ'ব। তাক ছিঁড়িবলৈ গ'লে মই গজমূখ হ'ম। তাক নাৰাখি অৱহেলা কৰিলে অভিশপ্ত যক্ষৰ দৰে বিবহৰ ৰামগিৰিত নিৰ্ব্বাসিত হ'ম। সময়-ব্যাপ্তিৰ ভাবনাৰ তাড়নাত সি শুকাই যাব পাৰে, অতি মোহৰ আকৰ্ষণৰ তাপ হ'লে তাৰ জীৱন বিপন্ন হব। এই পদুমৰ বিদায়ত মোৰ প্ৰকৃত অস্তিত্বৰ অৱসান ঘটিব।

— —

# নামৰ 'ছাজ্জা'

মই যদি ৰবকৈ নামকৰা লোক হওঁ তেন্তে মই মোৰ নাম হেৰুৱাব লাগিব। পৃথিবীয়ে বৰকৈ অনুকৰণ কৰি ভাল পায়। মোৰ নামটো যেতিয়া বৰ যশপূৰ্ণ হৈ পৰিব, তেতিয়া পৃথিবীৰ অন্যান্য লোকেও মোৰ নামটোকে ধাৰণ কৰিবলৈ ভাল পাব। আৰু শেহত গৈ মোৰ নামটো একেবাৰে নগণ্য ( Common ) হৈ পৰিব। পিছৰ কোনোবা শতিকাৰ পণ্ডিত

সকলে আহি স্থিৰ কৰিব যে, প্ৰকৃততে মোৰ নামৰ মানুহ নাছিল; অৰ্থাৎ মই নাছিলোঁ—সেইটো যি কোনো যশস্বী লোকে লোৱা এটা উপাধিহে আছিল! হায় কাল!!! তোমাৰ কি অবিচাৰ!

আজি ব্যাসমুনিৰ কি হৈছে? চাৰি বেদ, ওঁঠৰ পুৰাণ আৰু নানা শাস্ত্ৰ-গ্ৰন্থ ৰচনা কৰি তেওঁ অমৰ হবলৈ কাৰবাৰ কৰিলে; কিন্তু এতিয়া লোকে কয় বোলে, ব্যাস এজন নাছিল, সেইটো এটা উপাধি আছিল: নহলে এজনে ইমানবোৰ ৰচনা কৰিব নোৱাৰে। ব্যাস তুমি এইদৰেই মৰিলা অমৰ হবলৈ যত্ন কৰি।

সেইদৰে বিক্ৰমাদিত্য, তুমিও নাই! তুমি বৰ বেছি নামজাদা হোৱাৰ কাৰণেই তোমাৰ আজি নামেই নাই। ভৰত মুনিৰে আজি সেই দুৰৱস্থা। আমাৰ দেশীয় ডাক মহাপুৰুষেো। শঙ্কৰ-মাধৱদেৱৰ নামো অৱলোপ কৰিবলৈ পিছৰ কালৰ কিছুমান 'কবিয়ে' যত্ন কৰিছিল, কিন্তু ইমানতে জানিবা ধৰা পৰি গৈছে।

আজি কালি বঙ্গদেশত সুভাষচন্দ্ৰ, ৰবীন্দ্ৰনাথ নামবোৰো হৈছে সেই ধৰণেই। যিবোৰে বৰ বেছি ভক্তি দেখুৱাবলৈ গৈ ৰবীন্দ্ৰ, সুভাষৰ নাম তেওঁলোকৰ ল'ৰাৰ ৰাখিবলৈ যত্ন কৰিছে, তেওঁলোকে নাজানে যে তাৰ দ্বাৰা তেওঁলোকে উক্ত মহাপুৰুষসকলৰ নাম লুমাবলৈ গৈছে। বহুতেই লগতে জানে যে একে চহীৰে বঙালী সাহিত্যত শৰৎচন্দ্ৰ চট্টোপাধ্যায়,

বঙ্কিমচন্দ্ৰ আৰু তাৰাশঙ্কৰ কেইবাজনো ওলাইছে। মানুহৰ নাম মোৰ নামেৰে দিলে ভালেই, কিন্তু যেতিয়া অন্যান্য জীৱজন্তুত দিব, তেতিয়া? চৌজাৰৰ নাম কুকুৰক দিয়াৰ দৰে মোৰ নাম কোনোবা গৰু ম'হক দিলে মোৰ কি দুৰৱস্থা হ'ব! মোৰ আত্মাই সৰগতো শান্তি পাবনে?

তাৰ পিছত, মোৰ ভক্তসকলে মোৰ মৃত্যুৰ পিছত মোৰ নামত কোনো আলিবাট, পুখুৰী আদি ৰাখিব। শেহত গৈ আলিবাটটো ৰ'ব, মোৰ নাম নাথাকিব। মানুহে আলি বাটটো চিনিব, মোক নিচিনিব *। নাইবা মোৰ নামত থকা আলিবাটটোত ৰাৰিষা গৰু-গাড়ীৰ চকাৰ আধালৈকে পোত যাব, কোনো ঠাইৰ ওপৰত ডোবা হৈ তাত নাও-ভুঁৰ চলাব পৰা হ'ব, অথচ সি ধাৰণ কৰি থাকিব মোৰ মহৎ নাম। আকৌ মোৰ নামত থকা আলিটোৰ লগত ফেৰ মাৰি আন এটা আলিৰ নাম ৰখা হ'ব হয়তো কোনো কানি-বেপাৰীৰ বাপেকৰ নামটোৰে। এইটো মোৰ কেনেকৈ সহনীয় হ'ব? পুখুৰীত বিহমেটেকা গজিব, পাৰ খহি যাব, তাত বাক ৰজা হ'ব, তেতিয়াও সি মোৰ নাম ধাৰণ কৰি থাকিব। আৰু মোৰ হ'ব সেই দুৰৱস্থা! বৰকৈ নাম-কৰা লোকৰ এনেকুৱাই পৰিণাম হয়গৈ যদি মোৰ নাম ডাঙৰ নহওক।

* (গুৱাহাটীত মই কেইজনমান স্কুলীয়া ল'ৰাক 'হেমচন্দ্ৰ ৰোড'ৰ অৰ্থ সোধাত ক'ব নোৱাৰিছিল—২২ জানুৱাৰী ১৯৫৫।)

———

# অস্ত্ৰ

মোৰ অস্ত্ৰক তুমি পৰাস্ত কৰিব নোৱাৰা। মোৰ অস্ত্ৰ কোনো ধাতুৰে নিৰ্ম্মিত নহয়, নাইবা দধীচিৰ বাজহাড়েৰে পৰাও সজা নহয়। মোৰ অস্ত্ৰ ফুলো নহয়, প্ৰেমো নহয়। মোৰ অস্ত্ৰ কি চকুপানী? ওহোঁ। তাঁহিও মোৰ অস্ত্ৰ হোৱা নাই। বিনয়, সততা, অক্ৰোধ, শান্তি ধৃতি একোৱে মোৰ অস্ত্ৰ নহয়। কিন্তু মোৰ শত্ৰু বহুত বেলেগ বেলেগ শত্ৰুৰ কাৰণে বেলেগ বেলেগ অস্ত্ৰৰ প্ৰয়োজন। যদিও শত্ৰু মোৰ দিনে দিনে বাঢ়িছে, তথাপি মোৰ একো অস্ত্ৰকে গোটোৱা হোৱা নাই। হয়তো মোক কোনো প্ৰকাৰ অস্ত্ৰবিহীন দেখিয়েই মোৰ ইমান শত্ৰু বাঢ়িছে।

ভাল কথা, মোৰ অস্ত্ৰ নাই। সেইবাবে মোৰ শত্ৰু বঢ়াটো স্বাভাৱিক। কিন্তু যিবিলাকৰ অস্ত্ৰেৰে অস্ত্ৰাগাৰ পৰিপূৰ্ণ, তেওঁলোকৰ কি শত্ৰু কমিছে? এই মানুহ জাতিৰেই মানুহ জাতিক ধ্বংস কৰিবৰ কাৰণে কিমানবোৰ অস্ত্ৰ আছে! প্ৰাচীন গদা-তৰোৱালৰ পৰা অত্যাধুনিক হাইড্ৰোজেন, ক'বাল্ট্ আৰু পাৰমাণৱিক বোমালৈকে কত অসংখ্যাত অস্ত্ৰসমূহ! কিন্তু মানুহ জাতিৰ শত্ৰু মানুহ জাতি জানো মৰি অন্ত হৈছে? ক'তা, দিনে দিনে দেখোন বেছিহে হৈছে! বুজিছো, যে অস্ত্ৰৰ দ্বাৰা শত্ৰুৰ ধ্বংসও হ'ব নোৱাৰে বা বৃদ্ধিও কমাব নোৱাৰি।

অস্ত্র থকাও যি, নথকাও সি। সেইবাবেই মই অস্ত্রবিহীন-ভাৱে হাত সাৰটি বহি আছোঁ। কোনোবা শত্রু আহিলেও মই লৰচৰ নকৰোঁ। মোক অস্ত্রবিহীন দেখি কোনোবা শত্রুৱে যদি আক্রমন কৰে, তেওঁক মই প্রকৃত শত্রুকে নোবোলোঁ। তেওঁ মোৰ শিক্ষকহে, তেওঁ মোক শিক্ষা দিলে যে অস্ত্রহীন হৈ থকা কেনে অন্যায়। গতিকে সেই যাত্রাত ৰক্ষা পৰিলে মই ভৱিষ্যতে অস্ত্র গোটাম। কিন্তু কি অস্ত্র গোটাম? ঈশ্বৰে মোক হাত-ভৰি, নখ-দাঁত বহুত অস্ত্র দিছে। অৱশ্যে সেইবোৰৰ উচিত ব্যৱহাৰ নকৰাৰ দায়ত মোৰ দাঁত-নখে জন্তুৰ নিচিনাকৈ অস্ত্রৰ কাম নকৰে। ধাতুনির্ম্মিত অস্ত্র হাতত ৰাখিলেও সেইবিলাকো উচিত ব্যৱহাৰ নাপালে ভোতা হৈ পৰিব; মামৰে ধৰিব। গতিকে মোৰ অস্ত্রক ঠিক ৰকমে ৰাখিব লাগিলে মোৰ ব্যৱহাৰৰ ভাবনা জাগ্রত থাকিব লাগিব, বা যি শত্রুৰ লগত যুদ্ধ কৰি অস্ত্র চোকাকৈ ৰাখিব পাৰিম, সেই শত্রুৰ সংখ্যা বঢ়াবৰ অভিলাষ বা অভিপ্রায় থাকিব লাগিব। গতিকে মোৰ অস্ত্র ৰখাৰ উদ্দেশ্য শত্রুক ধ্বংস কৰা নহয়; কিন্তু শত্রুক জীয়াই ৰখা, শত্রুক বঢ়াই তোলা। যদি অস্ত্র ৰাখিবলৈ যাওঁতে শত্রুক জীয়াই বা বঢ়াই থকাৰ ব্যৱস্থাই মই কৰিব লাগিল, তেন্তে মই অস্ত্রথন ৰখাৰ কি ফয়দা হ'ল? অস্ত্রখন মোৰ এটা মিছা অর্থহীন বোজাহে হ'ল দেখোন! এইবোৰকে ভাবি-চিন্তি মই অস্ত্র নোহোৱাকৈ আছোঁ। কিয়নো অস্ত্র থকা আৰু নথকা একে কথা।

মোৰ এই অস্ত্ৰহীনতাৰ যুক্তিয়েই মোৰ অস্ত্ৰ। তুমি এই অস্ত্ৰক পৰাস্ত কৰিব নোৱাৰা।

## আপোন শাস্তি

মানুহৰ জীৱনত শাস্তি বা যন্ত্ৰণা আছে বুলিয়েই সৰগৰ কল্পনা, পৰমেশ্বৰৰ পূজা, আত্মাৰ মুক্তিৰ প্ৰয়াস। "টান পৰিলেহে ৰাম" বুলি আমাৰ কথা এষাৰ আছে। যন্ত্ৰণা পালেহে মানুহে ঈশ্বৰক চিনে। সেইবাবেই হয়তো মানুহৰ ভালৰ কাৰণেই মুক্তিৰ কাৰণে যত্ন কৰিবলৈ শাস্তি-যন্ত্ৰণাৰ ব্যৱস্থা এইদৰে দিছে!

বাইবেলৰ মতে মানুহে ঈশ্বৰৰ বাক্য লঙ্ঘন কৰা কাৰণে চিৰকাল শাস্তি পাই থাকিব লগা হ'ল। হিন্দু দৰ্শনত দুখবাদক ঘাই ঠাই দিছে; বুদ্ধৰ মততো সংসাৰত দুখ থকা প্ৰমাণ কৰা হ'ল। এই দুখ বা শাস্তি দূৰ কৰিবলৈ যত্ন কৰিব পাৰি আৰু যত্নৰ মূৰত মুক্তি পাবগৈও পাৰি। আনকি তেতিয়া পুনৰ্জন্ম গ্ৰহণ কৰিব নালাগে। এই মতত দেখা যায়, শাস্তি বা দুখ মানুহৰ স্বোপাৰ্জ্জিত আৰু সেই দৰে তাক আপোন যত্নত দূৰ কৰিবও পাৰি। ৰুছ-তত্ত্ব অনুসৰিও শাস্তিৰ মূল্য দেখুওৱা হৈছে। মানুহে পাপ কৰিব,

আৰু তাৰ ফলত যন্ত্ৰণা পাব, আৰু যন্ত্ৰণাৰ শেষতহে মুক্তি ঘটিব। এই সকলো দাৰ্শনিক অৰ্থৰ শাস্তি। অতি বাস্তৱিক বা ব্যাৱহাৰিক অৰ্থত চাবলৈ গলে মানুহে পৰাপক্ষত নিজৰ গাত কোনো শাস্তি বা যন্ত্ৰণা নপৰাকৈ সাৰি থাকিবলৈ বিচাৰে আৰু ঐহিক জীৱনত সেই বাবেই সুখ-সম্পদ লভিবলৈ মানুহৰ ইমান আগ্ৰহ। য'ত শাস্তিৰ প্ৰশ্ন উঠে, তাত হেনো হৃদয়-অনুভূতিৰ কথা থাকিব নোৱাৰে। সেইবাবে আপোনজনে আপোনজনক শাস্তি দিব নোৱাৰে। মানুহ যিমানে হৃদয়ৰ পৰা আঁতৰ হয় সিমানে শাস্তি ভয়ঙ্কৰ হব পাৰে। পৰে পৰক যাতনা ভোগাবলৈ কুণ্ঠিত নহয়। আপোনজনে আপোনজনৰ সামান্য দুখো আঁতৰাবলৈ যত্ন কৰে। মানুহৰ সবাতকৈ আপোন হ'ল মাতৃ। মাতৃয়ে নিজৰ সন্তানৰ দুখ কেতিয়াও সহিব নোৱাৰে। সেইবাবে শাস্তিৰ প্ৰশ্নৰ লগে লগে আপোনত্ব বা হৃদয়ৰ আকৰ্ষণৰ কথাটো দূৰ হৈ যায়।

কিন্তু মনোবিজ্ঞানে কয় যে অতি আপোনজনে নিজৰ অতি আপোনজনক শাস্তি দিব পাৰে আৰু দিয়ে। ইয়াক সেই বিজ্ঞানত ছেডিজিম্ (Sadism) বোলে আৰু এনে শাস্তি যিজনে দি বা লৈ ভাল পায়, তেওঁক ছেডিষ্ট (Sadist) বোলে। কোনো প্ৰিয়জনে তেওঁৰ প্ৰিয়জনক জীৱনৰ সকলো দিছে। কিন্তু কোনো ক্ষুদ্ৰ বা বিশেষ কাৰণবশতঃ সেই প্ৰিয়জনে তেওঁৰ প্ৰিয়জনৰ মনত আঘাত

কৰি দিয়ে আৰু এওঁ যেতিয়া মনত আহত হয় তেতিয়া তেওঁও আহত হয়। এইদৰে শাস্তি দিয়া আৰু ভোগ কৰাৰ কাহিনী শুনা যায়। অভিমানকো এনে ধৰণৰ শাস্তি-দানৰ ভিতৰত ধৰিব পাৰি। অভিমান কৰি দেখুৱালে সিজনে মনত আঘাত পাব, এই কাৰণেই অভিমান কৰা হয়। প্ৰিয়-জনক পোণপটীয়াকৈ শাস্তি নিদি আকৌ কোনোৱে নিজকে গুৰুতৰভাৱে শাস্তি দি আহত হৈ তেওঁৰ কাৰণে বন্দা সিজনক আহত কৰি ভাল পায়। "মই নাখাই মৰি যাম" এই বুলি কোনো ল'ৰাই সঁচাকৈয়ে দুই তিনিদিন একো নাখাই শুকাই-খীণাই যায় আৰু তাৰ দ্বাৰা মাকৰ মনতো দুখ দিয়ে।

এতিয়া দেখা গ'ল যে শাস্তি কায়িক বা মানসিক (ভাবৰ) আৰু পোণপটীয়াকৈ আনক দি নাইবা আওপকীয়াকৈ, প্ৰথমে নিজে লৈ তাৰ জৰিয়তে আনক দি—এনে কেবা ধৰণৰো হব পাৰে। বহুতে আত্মহত্যাও কৰে নিজক শাস্তি দিবৰ কাৰণে নহয়, কিন্তু তেওঁৰ আপোনজনক কন্দুৱাবৰ কাৰণে। ইয়াৰ বাহিৰেও কোনো সু-লোকে আন আন ধৰণে নিজক শাস্তি দিয়ে। কোনো মানুহ ভাগ্যক্ৰমে আৰু কালক্ৰমে বৰ চহকী হৈও নিজক দুখীয়া কৰি কেতিয়াবা দেখুৱায় ৺ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰে হেনো এনে কৰিছিল। তেওঁ ধনবান হোৱাৰ পাছতো সপ্তাহত এবাৰকৈ শুদা নিমখ-ভাত খাইছিল আৰু তাৰ দ্বাৰা তেওঁৰ পূৰ্ব্ব-দৰিদ্ৰতা সুঁৱৰি নিজৰ স্বৰূপ উপলব্ধি কৰিছিল।

সাধকসকলে নিজক শুধৰাবৰ কাৰণে নিজকে শাস্তি দিয়ে। স্কুলৰ কোনো কোনো লৰাই ফেৰ পাতি আন ভাল ল'ৰাতকৈ সৰহ নম্বৰ নাপালে নিজৰ গালত নিজে চৰিওৱা মই দেখিছো। এই দৰে কিবা দুখৰ বিষয় হলে সেই দুখ অধিকতৰ কৰি তুলিবলৈ কোনো মানুহে নিজৰ বুকুত বা কপালত ভুকুৱা আমি দেখিছো। সাধকসকলে নিজৰ সংযমৰ পৰা আঁতৰি কেতিয়াবা কু-আচৰণ কৰিলে পিছত অনুতপ্ত হৈ নিজকে নানা ধৰণে শাস্তি দিয়ে। কোনোৱে বহুত দিন ধৰি অনশন কৰে, কোনোৱে মৌনাৱলম্বন কৰে, কোনোৱে জনসমাজৰ পৰা দূৰত নিজকে নিৰ্ব্বাসিত কৰি অৱলম্বৰীয়াকৈ থাকে। কবিসকলৰ কোনো কোনোৱে নিজৰ কবিতাবোৰ ফালি পেলায়, গ্ৰন্থবোৰৰ কাঠ-সংস্কাৰ কৰে। কোনোৱে কেৱল নিজৰ কাৰণে নকৰি আনৰ কাৰণে বা দেশৰ কাৰণেও নিজক শাস্তি দিয়ে। জাপানী সকলৰ 'হাৰি-কিৰী' প্ৰথা বহুতে জানে। শত্ৰুৰ হাতত বন্দী হৈ স্বদেশৰ ভিতৰুৱা সংবাদ দিবলগীয়া হোৱাৰ আগতে নিজৰ পেটত ছুৰী বহুৱাই মৰি যায়। কোনোৱে আকৌ সংবাদ যাতে মুখৰ পৰা ওলাব নোৱাৰে এনে উদ্দেশ্যত নিজৰ জিভাকে কাটি পেলায়। শ্ৰীবৎস ৰজাৰ পত্নী চিন্তা দেবীয়ে সতীত্ব ৰক্ষাৰ কাৰণে নিজৰ সুৰূপ বিসৰ্জ্জন দি সূৰ্য্যক প্ৰাৰ্থনা কৰি কুৰূপ গ্ৰহণ কৰিছিল। ইও এনে ধৰণৰ এক শাস্তি গ্ৰহণেই।

অতি মৰমত আনৰ শাস্তি কান পাতি লোৱাৰ উদাহৰণো আছে। আকবৰৰ অসুখত হুমায়ুণে অসুখ প্ৰাৰ্থনা কৰাৰ দৰে বহুতো তিৰোতাই স্বামীৰ অসুখ বা অশান্তি গ্ৰহণ কৰিবলৈ অন্তৰে অন্তৰে ঈশ্বৰক প্ৰাৰ্থনা কৰে। ডিকেন্সৰ 'নগৰ দুখনৰ কথা' উপন্যাসৰ ঘাই চৰিত্ৰ ছীদনী কাৰ্টুনে নিজে প্ৰতিনায়কৰ হৈ প্ৰিয়া লুচীৰ আনন্দৰ কাৰণে ফাঁচী গ্ৰহণ কৰা আন এটা জ্বলন্ত উদাহৰণ। সতী পাৰ্ব্বতীয়ে শঙ্কৰৰ প্ৰতি শুদ্ধ প্ৰেম দেখুৱাবলৈ জহকালি গাৰ চাৰিফালে সাতকুৰা জুই জ্বলাই লৈ আৰু জাৰকালি ডিঙিলৈকে পানীত নামি ধ্যান কৰি বহি আছিল। দেৱতাৰ ৰক্ষাৰ কাৰণে দধীচিয়ে মৃত্যু গ্ৰহণ কৰাও আন এটা উদাহৰণ। ৰঘু ৰজাই প্ৰজাৰ মঙ্গলৰ কাৰণে য[illegible]লো সম্পত্তি দান কৰি দি নিজে মাটিৰ পাত্ৰ ব্যৱহা[illegible]ছিল। অৱশ্যে এই বোৰ মহৎ ত্যাগ; ইয়াত শাস্তিৰ অৰ্থ আৰু নাথাকে। ত্যাগৰ মাজত আনন্দ আছে, ইয়াত দুখ-যন্ত্ৰণাৰ অনুভৱ নাই। গতিকে শাস্তিৰ মাজেদি হলেও ত্যাগক যথাৰ্থত শাস্তি বুলিব নোৱাৰি।

আপোন শাস্তিৰ বিশেষ এটা সুফল আছে। আমাৰ কথাত কয় বোলে 'আনক চিকুটিবলৈ যোৱাৰ আগতে নিজৰ গাত চিকুটি চাব লাগে—দুখ পায়নে নাপায়।' মানুহে নিজক শাস্তি দিব লাগে; তাৰ দ্বাৰা আনৰ শাস্তি অনুভৱ কৰিব পাৰিব। ফাঁচী দিয়া মানুহে কি শাস্তি পায়, তাক

প্ৰমাণৰ দ্বাৰা অনুভৱ কৰিবলৈ অলপতে বিলাতত এজন জ্ঞানীয়ে নিজে ডিঙিত ফাঁচী লৈ ওলমি পৰিছিল। আজিৰ পৃথিবীত প্ৰত্যেক মানুহে যদি নিজকে এইদৰে শাস্তি দিবলৈ শিকে তেন্তে সমগ্ৰ মানৱ জাতিৰ শাস্তি কমি যাব।

# প্ৰেম

প্ৰেম, তোমাৰ ক'ত জন্ম, মই ক'ব নোৱাৰোঁ। কিন্তু তোমাক প্ৰথম দেখা পালো মোৰ প্ৰেয়সীৰ সজল চুচকুত।

প্ৰেম, তুমি যাদু নিশ্চয় জানা। নহলে মোৰ সকলো জ্ঞানক তুমি একেবাৰে ঢাকি পেলালা কেনেকৈ? মোৰ কাল-স্থান, জাতি-ধৰ্ম্ম, সমাজ-সংস্কাৰ একোৰে কথা বিবেকলৈ দেখোন নাহিল—যেতিয়া প্ৰথমবাৰ তোমাক মই মোৰ প্ৰেয়সীৰ চুচকুৰেদি হাঁহি এটি মৰা দেখিলো।

বুজিছোঁ, তুমি যেন স্থৰ্য্য, মোৰ সকলোবিলাক জ্ঞান কেৱল তৰাৰ নিচিনা। তুমি পৰম জ্ঞান, তোমাৰ উদয়ত সকলোবোৰ জ্ঞানে নিজৰ নিজৰ ক্ষুদ্ৰতা আৰু হীনতাত লাজ পাই লুকালগৈ আন্ধাৰৰ আঁৰত।

প্ৰেম, তুমি এই সংসাৰৰ ওপৰত স্বকীয়া সংসাৰ এখন ৰচিছা। এই স্বকীয়া সংসাৰখনৰ ৰূপ বৰ্ণাবলৈ মই অক্ষম। মাত্ৰ দুচকুৰে চাই বিভোলহে হব পাৰোঁ।

দেহীবিলাকৰ অন্তৰত থকা আত্মাবিলাক পৰম বিৰাট আত্মাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ খণ্ড একোটি। এই খণ্ডবিলাকে আকৌ আগৰ বিৰাট একত্ব পাবলৈ সদায় ব্যাকুলভাৱে বিচাৰি ফুৰিছে।

প্ৰেম, তুমি আত্মাৰ পৰম আকাঙ্ক্ষা। (১৯৪৯)

——

# শুকুলা ডাৱৰ, কহুঁৱা ফুল

আকাশৰ ক'লা গছজোপাত তৰাৰ লাখ লাখ শেৱালি-বোৰ ফুলি থাকে। পৃথিবীৰ ওপৰৰ শীতল কুঁৱলীৰাশিৰ দৰে শুকুলা ডাৱৰবোৰ ধীৰে ধীৰে আকাশত উটি যায়— পথাৰৰ মাজে মাজে নিৰলা বাটটোৰেদি ধানখেৰৰ পৰ্ব্বত এঁটা লৈ যোৱা গৰুগাড়ীখনৰ দৰে। পূজালৈ আনি দিয়া ভনীটীৰ নীলা ফ্ৰকটোৰ দৰে নীলা আকাশখন দিনত ভাল দেখি। বাইদেউৰ গা ধুই উঠি মেলি দিয়া পিঠি ঢাকি কঁকাললৈকে পৰা দীঘল চুলিকোঁচাৰ দৰে ৰতাহজাক

পৃথিবীখন বিয়পি পৰে। বাইদেউৰ তিতা চুলিৰ পৰা সুগন্ধিত তেলৰ গোন্ধ ওলোৱাৰ দৰে শীতল বতাহজাকৰ পৰা শেৱালিফুলৰ গোন্ধ বৈ আহে। কথক নাচ নাচি নাচি সেই শকত ছোৱালীজনী ক্ষীণ লাহী ককালৰ হোৱাৰ দৰে বাৰিষাৰ দেওধনি নাচ দিয়া বলিয়া নৈখনৰ শৰীৰ এতিয়া কাৰ্শলা সাপটোৰ সমান শীৰ্ণ হল। কহুঁৱা ফুলৰ গাটো মাতালৰ দৰে বতাহত হালে জালে, কয়, "হয় হয়, মই ৰঙত মাতাল হৈছোঁ।" সৰু নৈখনৰ পাৰত তুলি থিয়কৈ থোৱা ওখ ঘগৰাকেটাই চাই চাই মনে মনে থাকে — সিহঁতৰো মন যায় কহুঁৱাবিলাকৰ দৰে নাচিবলৈ, কিন্তু নোৱাৰে। পানী শুকাই ঙৰাং হোৱা সুঁতিটোৰ চিলচিলীয়া ধাৰটোৰ একাষত কণামুচৰীটো থৰ হৈ থাকে, পানীখিনিৰ দৰে তাৰো নিৰ্ম্মল মনেৰে বৈ গুচি যাবলৈ বৰ মন যায়, নোৱাৰে। মাছৰ লোভ এৰি সি হঠাৎ পাখি দুখন মেলি নীল আকাশত পাল তৰি দি ক'ৰবালৈ উৰি গুচি যায়গৈ। আদকুৰা ধান গছহঁতে যৌৱনৰ পয়োভৰ লৈ গোটেই নৈৰ পাৰৰ পথাৰখন জুৰি সেউজীয়া বিলখনৰ দৰে থাকে। বৰষুণো নাই, বোকা-পানীও নাই, কামৰ হেঁচাও নাই। কোনোবা এটাই মুকলি মনৰ সুৰটো তুলি বাঁহীটো বজাই বজাই পথাৰৰ আলিটোৰেদি দূৰলৈ গৈ থাকে। চিনাকী বাঁহনিখন, চিনাকী তামোল গছবোৰ, কাঠনিৰ চোম, নাহৰ, মৰলীয়া, আম আদি গছবোৰে কাৰবাক যেন মাতে,

'ধেমালি কৰোঁ আহাঁ।' কাঠনিতনো ধেমালি কৰিবলৈ আৰু কোন যাব? গাঁতৰ পৰা নেউল দুটা ওলাই আহে। সিহঁতে কয়, সাপ নাই, কি ফূৰ্ত্তিটো হব? গছৰ ডাল এটাত সাপ এটাই কাণ উণাই শুনি আছিল, ভয়ত সি হাতত-সাৰে ভৰিত-সাৰে নামি আহি খোন্দ্‌টোৰ ভিতৰলৈ সোমাই গ'ল। 'চিৰিক চিৰিক'—সেইটো আকৌ কিহে মাতিলে?—ফেঁচুনে কুঁচ? নেউল দুটাই এবাৰ ওপৰৰ ফালে আকৌ আনবাৰ তলৰ ফালে চাই টিক টিককৈ টিকা দাঙি লৰ মাৰি গৈ জোপাটোৰ ভিতৰত সোমাল। জিঞাটোৰ কোনো কামেই নাই! যেন তাৰ আটাইবোৰ দিনেই দেওবাৰ। ধীৰে ধীৰে উৰি আহি ইফালে-সিফালে চালে, ক'ৰবাত বহিম বহিম বুলি ক'তো নপৰি উৰি গুচি গ'লগৈ। ক'লৈ? কি দৰকাৰ জানি!............

সেয়া চকোৱাখনেৰে আগুৰা সেই চুকৰ মানুহঘৰত কিহৰ কাঁজিয়া লাগিছে? খেৰৰ ঘৰ, তাৰ ভিতৰত আকৌ গৰম কিহৰ? অ', ডেকাজনে এইবাৰ ন-ছোৱালীক হেনো শান্তি কৰাই আনিবলৈ ইচ্ছা কৰিছে এই পূজাৰ বন্ধতে। মাকে কৈছে, ঘৰখন অলপ ভাল নকৰাকৈ সেইটো নকৰিবি। পুতেকৰ তাতে খং। কৈছে, ঘৰখননো আৰু কেতিয়াকৈ ভাল হ'ব?......এইদৰে কাঁজিয়াখন হেনো লাগিছে। তামোল গছত আধাপকা তামোলৰ ঠোকবোৰ ওলমি আছে। কলনিখনত কলৰ ঠোকবোৰ। "ইঃ পূজাৰ বজাৰত যদি

অলপ তাৰে বেচিব পাৰি, তেন্তে হয়তো বাকী মণি-মুকুতা ভনীহঁতৰ চোলা-কাপোৰ কেইটা মনৰ জোখাকৈ আনিব পৰা যায়!" ভৰালৰ চাৰিওফালে শুকান ধানখেৰবোৰ সিঁচৰতি হৈ পৰি আছে। কণ্ঠিৰামে সেইবোৰ চপাই লৈ মুখেৰে কিবা এটা ভোৰ-ভোৰাইছে—এই বুঢ়া গৰুটো—কাতিতে এই বেলি হাড় পেলাইনেকি জানো! উঃ কেনেকৈ টানি টানি ভৰালটো শেষ কৰিলে! তাৰ পাছত কণ্ঠিৰামে শাকনিৰ বনবোৰ অলপ চিকুণালে। কোৰ মৰাৰ পাছত গোহালিৰ দাঁতিৰ পৰা গোবৰবোৰ নি তাত সিঁচি দিলে। বুঢ়া গৰু-টোৰ দান এয়ে থাকি যাব—সি ভাবিলে। ভৰালৰ দাঁতিতে টোমটোত ওলোমাই ৰখা চুকা-লফা শাকৰ গুটিবোৰ উলিয়াই আনি চোতালৰ ৰ'দত অলপ মেলি দিলে। পকিবলৈ আৰম্ভ কৰা ৰবাব টেঙাজোপাৰ টেঙাইঁতে বতাহতে মূৰ দুপিয়াই কলে—"ওঁ, হ'ব, হ'ব!"

কেঞা-গোলাব শাৰীটোৰ মাজত সোমাই কণ্ঠিৰামে শেৱালিফুলৰ গোন্ধ নাপায়। আমিও নাপাওঁ। ন কাপোৰৰ দ'মবোৰৰ পৰা মথলা-মথল গোন্ধ আহিছে ন ধৰণৰ। বাহিৰত ওলমাই থোৱা ৰং-বেৰঙৰ কাপোৰবোৰৰ দৃশ্যই নৈৰ পাৰৰ কঁহুৱা ফুল, আকাশৰ শুকুলা ডাৱৰৰ কথা পাহৰাই দিয়ে। নগৰৰ ধুমধুমাই দৌৰা মটৰ-গাড়ীৰ মাজলৈ ঠেও ধৰি বালিমাহীজনী নামি আহিব নোৱাৰে। চাৰিওফালে 'দৰ্জ্জি-বোৰৰ দোকানত খট্ খট্ খট্ উঠিছে কাপোৰ চিলোৱাৰ

অবিৰত হাজাৰ কন্‌চার্টৰ সুৰ। যদি মিউনিচিপেলিটিয়ে পানী দিয়াৰ ব্যৱস্থা নকৰে তেন্তে এই বাটেদি পূজাৰ কাপোৰ পিন্ধি যোৱা মানুহবোৰে দশমীৰ কাৰণে আৰু আন স্বকীয়া ন কাপোৰ কিনিব লাগিব। আকাশৰ বগা ডাৱৰৰ ছাঁবোৰ পৃথিবীৰ বাটত বগা ধূলি হৈ পৰিছে নেকি?

পূজাৰ বেদীৰ কাষত ধূনাৰ বগা ধোঁৱাবোৰে দেৱীৰ সম্মুখত মায়াজাল এখনৰ সৃষ্টি কৰে। এই 'মানবেৰ মাঝে' তেওঁৰ আৰু কিছুদিন 'বাঁচিবাৰ' মন যায়—কিন্তু মানুহবোৰে তেওঁক তিনি-চাৰিদিনতকৈ সৰহ থাকিবলৈ নিদিয়ে। দেৱীয়ে যোৱাৰ আগতে 'উইল' পত্ৰখন লেখি থৈ যাবলৈও সময় নাপায় চাগৈ!

নিৰাশাৰ নিশাৰ আন্ধাৰ পথাৰৰ মাজত চাকি এটি জ্বলি উঠে। কুঁৱলীবোৰ বেছি ডাঠকৈ নামে। আৰু এটা বছৰ! আশাভৰা জীৱনৰ উদ্দেশ্যে প্ৰণতি এটি জনাওঁ!

# চল্লিচ পুৰুষ

[ এহেজাৰ বছৰ পিছৰ এজন মানুহলৈ ]

মৰমৰ পাঠক,

তোমাক মই 'তুমি' বুলিয়েই সম্বোধন কৰিছোঁ, কাৰণ মই তোমাতকৈ এহেজাৰ বছৰৰ ছিনিয়ৰ। তোমাৰ সমসাময়িক লোকৰ সমাজৰ মাজত হয়তো তোমাৰ ডাঙৰ সম্মান আছে, তোমাক কোনেও 'তুমি' বুলিবলৈ সাহস নকৰে। কিন্তু মোক সময়ৰ পূৰ্ব্বিতাই এই সুবিধা দিছে। মই জানো, তুমি মোতকৈ বহুত জ্ঞানী, বহুত advanced। সেইটো হবাই। তথাপি মোৰ ওচৰত তুমি সৰু। তুমি এতিয়া পৃথিবীৰ ওপৰত জীৱনৰ ফুলনিত বিভোল হৈ আছা। তোমাক সূৰ্য্যই পোহৰ দিছে, পৃথিবীয়ে আনন্দ দিছে। মই কিন্তু এতিয়া ক'ত? মই নিজেই নাজানো। আচলতে মই ক'তো নাই, একমাত্ৰ এই লেখাৰ বাহিৰে। ইয়াৰ মাজেদি তুমি মোক চিনিব পাৰা, বুজিব পাৰাঁ, পাব পাৰাঁ— যদি মন দিয়াঁ। তোমাৰ বেছি কষ্ট নহব—কাৰণ তোমাৰ জ্ঞান যথেষ্ট আছে। মই কেনেকুৱা আছিলোঁ—এই কথা তুমি জানা জানো? যদি তুমি জানা, তেন্তে মই নকওঁ। আমি যেতিয়া পৃথিবীত জীয়াই আছিলোঁ, তেতিয়া আমাৰ জ্ঞান

ঠেক আছিল—আমি আমাৰ এহেজাৰ বছৰৰ আগৰ সম্পূৰ্ণ কথা জানিব নোৱাৰিছিলোঁ। জানিবৰ সুচলো নাছিল, কিছুমান কথা জানিছিলোঁ যদিও ভুলকৈহে জানিছিলো। কিন্তু এতিয়া তোমালোকৰ যুগৰ বহুত সুবিধা-সুচল আছে—যাৰ সহায়ত তোমালোকে সকলো কথা সহজে জানিব পাৰা। গতিকে মোৰ বিষয়েও তুমি চাগৈ ইতিমধ্যেই অনেক কথা বা আটাইবোৰ কথাকে জানি থৈছা। হয়তো মোৰ এই চিঠিখন হাতত লৈ তুমি হাঁহিছা—মোৰ অজ্ঞতা দেখি। তোমাক মোৰ বিষয়ে জনা-বলৈ এই চেষ্টাটো তুমি চাগৈ একেবাৰে নিৰৰ্থক বা নিষ্প্ৰয়োজন বুলি মূল্যই দিব খোজা নাই। তথাপি ভাই, এবাৰ পঢ়ি চোৱাঁচোন শেষলৈকে। কিজানি তোমাঁৰ কিবা অকণমান তৃপ্তি, লাভ হয়েই। আমাতকৈ তোমালোকৰ বেছি জ্ঞান, এইবাবে গৰ্ব্ব নকৰিবা। আমি কৰই থৈ যোৱা পুলিটোৰ গুটিহে তোমালোকে ভোগ কৰিছা। আমি পঠিয়াই দিয়া সুঁতিবিলাকহে এতিয়া তোমালোকৰ তাত সাগৰ হৈছেগৈ। এইবাবে আমাৰ কথা দলিয়াই পেলোৱা উচিত নহয়। নাইবা, তুমি এই চিঠিখন একেবাৰে নপঢ়িবাই-নেকি? তোমালোকৰ যুগত পঢ়াৰ নিয়মটো একেবাৰে অপ্ৰ-চলিত নেকি? আমাৰ দিনত যেনেকৈ অনেক মানুহে গল্প উপন্যাস আদি নপঢ়ি তাৰ কথা চিনেমাৰ পৰ্দ্দাত চাই জানি লয়, সেইদৰে আমাৰ যুগৰ কথাকো আৰু তোমা-লোকৰ নজনা সকলোবোৰ কথাই তোমালোকৰ চকুৰ আগতে

বা হাতৰ মুঠিতে থাকিবনেকি? তোমাৰ বিষয়ে মোৰ এই কৌতুহল তোমাৰ নিশ্চয় আমোদজনক লাগিব। মই তোমাৰ ৰূপ, তোমাৰ কাম, তোমাৰ ভাব, তোমাৰ পৃথিবীখন চাবলৈ সিমান দিনলৈ জীয়াই নাথাকিম, সেইবোৰ এতিয়া কল্পনাৰ চকুৰেই দূৰবীণেৰে চোৱাদি চাই লৈছোঁ। তোমাৰ ৰূপ যদি ভুলকৈ দেখিছোঁ, তেন্তে ক্ষমা কৰিবা। মোৰ ক্ষমতাৰে যিটো পাৰোঁ সেইটোহে কৰিছো। বয়সত বুঢ়া হলেও তোমাতকৈ ক্ষমতা আৰু জ্ঞানত মই নিচেই সামান্য। তুমি এটা ভুলী হলে মই তাৰ এটা সৰিয়হ গুটীৰ সমানহে, কিজানি—জ্ঞানৰ জোখত। এনে অজ্ঞানীৰ বংশধৰ বুলি তুমি লজ্জিত হবৰ কোনো কাৰণ নাই। কাৰণ আমাৰ দিনতো আমি হাবিৰ মূৰ্খ বান্দৰৰ বংশধৰ বুলি অকণো লাজ কৰা নাছিলোঁ,—বৰঞ্চ বান্দৰক দেখি হাঁহি-ছিলোঁহে। তুমি মোক লৈ যদি আমোদ কৰাঁ তেন্তে মই বেয়া নেপাওঁ। তোমাৰ ৰং দেখিলে মোৰ ৰঙেই লাগিব, - অন্য কি! অৱশ্যে এইটো আমাৰ দিনৰহে প্ৰথা আছিল, তোমালোকৰ দিনত কি হয়গৈ ক'ব নোৱাৰোঁ। আমি জীয়াই থাকোঁতে পৰৰ হিতাৰ্থে নিজৰ জীৱন পাত কৰিব পাৰিলেও আনন্দ পাইছিলোঁহক। সেই বাবে দধীচি আদি লোক আমাৰ দিনত পূজ্য হৈ আছিল। তোমালোকৰ দিনত পৰৰ হৈ মৰাটোক মূৰ্খ বুলিবনেকি? মই এতিয়া এই চিঠিখনৰ মাজত, অসাধ্য যদিও, তোমাক জানিবলৈ বা

তোমাৰ বিষয়ে ভাবিবলৈ যত্ন কৰিছোঁ! এইদৰে তোমাৰ দিনত দূৰ ভৱিষ্যতৰ কথা ভবাটো জানো প্ৰসংশনীয় হৈ থাকিব? সেইবাবে বাৰে বাৰে মোৰ ভয় হৈছে, কিজানি মোৰ এই চিন্তা-ভাবনা-ধাৰণাৰ সৈতে তোমাৰ যুগত মই অভং, ভুচুং পহুটো হৈ ওলাওঁ! নাইবা, তুমি ছাগৈ ভাবিছা, মোৰ এই সংশয় প্ৰয়োজনহীন। কাৰণ তোমাৰ দিনতো আমাৰ দিনৰ দৰেই মানুহৰ ভাব একেই থাকিব। পৰিৱৰ্ত্তন যদি কিবা হয়, সি অতি সামান্য! ভিতৰৰ মানুহটো সদায় একেই থাকিব? তোমাৰ বিষয়ে একোকে জানিব পৰা নাই, কেৱল সংশয়হে জন্মিছে। তুমি দেখিছা, আমাৰ যুগত মানুহ কেনে সংশয়পূৰ্ণ কেনে সন্দেহবাদী আছিল। কোনোটো ভৱিষ্যতৰ কথা ক'ব নোৱাৰোঁ অথচ অবাবত খপ্‌জপাই সময় নষ্ট কৰোঁ। আমি কেনে মূৰ্খ! মই নাজানো, তোমালোকৰ যুগত মানুহে মানুহক মৰম জনাব পায়নে নাপায়। সেইবাবে মই তোমালৈ আশীৰ্ব্বাদ ভৰা মৰম নাই-জনোৱা-কিন্তু-জনাইছোঁ। ইতি

তোমাৰ ককা X ৯০।

* এক পুৰুষত ২৫ বছৰকৈ ধৰা হৈছে

# নাও

মাটিৰ মানুহে পানীক জিনিব খুজিলে। কাঠৰ টুকুৰা একোটা পানীত উটাই দি তাৰ ওপৰত নিজেও উঠিলে। হেলেক-পেলেক। সুবিধাজনক নহয়। কলগছ কাটি ভুঁৰ বান্ধিলে। স্থায়ী নহয়। বাঁহ বহুতো একেলগে বান্ধি এৰি দিলে সোঁতত; কিন্তু লাগি ধৰে জ'াজত।

ডাঙৰ ডাঙৰ গছৰ খোন্দ্ বা খোৰোং চকুত পৰিছিল। তেনে এটা খোৰোং শকত কাঠ এডালৰ বুকুত কৰা হল। এই বাৰ অলপ সুবিধা। নৈৰ সোঁতে বৈ যায়। কিন্তু অকল সেয়ে নহয়। মানুহৰ জৈৱনিক ক্ৰম পৰিবৰ্ত্তনৰ সোঁত আৰু লগে লগে নানান চিন্তা-ভাবনা-ধাৰণা-কল্পনাৰ সোঁত-টোও আগবাঢ়ে। এই ভাবনাৰ সোঁতে উটাই নিলে যুগে যুগে নানা ধৰণৰ নাও,—পাল তৰি দিলে অনন্তৰ অভি-মুখে। নানান বেহাৰ বেহানিবে খুন্দ খোৱা বৰ বৰ মাৰ নাও। ওপৰত চৈ। একোটা পৰিয়াল থাকিব পাৰে একো-খন নাৱত। দূৰলৈ যোৱা মাৰ-নাওবিলাকৰ বুকুতে নাৱৰীয়া মুদৈইঁতৰ মাংৰ পাছত মাহ পাৰ হয়। ভাগৰ লাগে সিহঁতৰ, বেলি মাৰ যোৱা চাই চাই ৰচনা কৰে বিষাদ-অৱসাদৰ একাঁকি গীত—সৃষ্টি হয় ভাটিয়ালী সুৰৰ নাৱৰীয়া-গীতৰ। পুন্নাৰ সুকৰে যেতিয়া আকৌ বুকুত উছাহ জগাই

তোলে নতুন দ্বীপ, চিনাকী পাৰ, আপোন গাঁওখন পোৱাৰ আশাৰে—শক্তিৰে ওফন্দি উঠে নাৱৰীয়াইঁতৰ বাহু—ব'ঠাৰ চাবে চাবে উলাহৰ গীত।

কঠিন মাটি এৰি কোমল পানীৰ মাজে মাজে ফুৰোঁতে, চাপৰ পঁজা-ঘৰৰ চালৰ তলৰ পৰা ওলাই গৈ মুকলি আকাশৰ তলত উটি ভাহি যাওঁতে কেতিয়াবা মহা বিপদ স্বৰূপ কঠিনতৰ ধুমুহাৰ সম্মুখীন হব লগা হয়। প্ৰকৃতিৰ এই নিৰ্ম্মমৰূপে নাৱৰীয়াইঁতক হতাশ কৰি তোলে। মনত পৰে এৰি অহা মাটিৰ ঘৰখনলৈ, মানুহৰ সমাজ-গাওঁখনলৈ। দূৰণিত বেহা কৰিবলৈ যোৱাটো জানো সুখৰ কথা?

এসময়ত এইদৰে অচিনাকী পাৰৰ মাজেদি যাওঁতে কত ৰাক্ষস-দৈত্যৰ কবল গ্ৰাসত পৰিব লগা হৈছিল কত মুদৈ। সোণৰ ৰূপৰ ফুলপাতৰ গীত গোৱা অদ্ভুত গছ জানো আটায়ে পাইছিল? দুপাৰৰ দুটা শিলে কত নাৱক চেপা মাৰি ধৰি গুড়ি কৰিছিল। আপোন ঘৰলৈ উলটি অহাৰ বাটত কত কাষৰৰ "ছাইৰেণে" সুৱলা গীতেৰে মাতিছিল। 'গ'ল্ডেন ফ্লীচ' লাভ কৰিব পৰা বীৰনো কেইজন আছিল? তেজী-মলাই হেনো শালিকী চৰাই এজনী হৈ আহি বাপেকৰ আঁঠুৰ ওপৰতে পৰিছিল—যেতিয়া পদুমফুল ছিঙিবলৈ হাত মেলোঁতে কোনোবাই গাই উঠিছিল—"হাতো নেমেলিবি ফুলো নিছিঙিবি..."। বাপেকে মাতিলত ফুল জোপাৰ পৰা শালিকীজনী হৈ আহি তেজীমলা বাপেকৰ আঁঠুত পৰিল;

এইদৰে এৰি যোৱা কতখন সোণৰ ঘৰ-সংসাৰ ঘূৰি আহি মুদৈয়ে পাইছিল মৰিশালিৰূপত!

ঢেকিয়াল ফুকনে আশা কৰা মাৰ নাও গুচি নৈত এতিয়া ভাপ নাও চলিল। কিন্তু অসমীয়া জাতি জানো উন্নত হল? নাও-ভাপ-নাওত উঠি আহি কত বিদেশী মুদৈয়ে আমাৰ দেশৰ মাণিক-ৰতন বোজা বান্ধি লৈ আঁতৰি পলাল। সিহঁতৰ কাচৰ বস্তুৰে আমাৰ হাট-বজাৰ ভৰাই দি আমাৰ "চিন্তামণি" বোৰ লৈ গুচি গ'ল। আমাৰ ধনেৰে সিহঁতৰ নাও ভৰিল; কিন্তু যেতিয়া আমিও তাত উঠিব খুজিলোঁ, তেতিয়া ক'লে কি?—

"ঠাঁই নাই ঠাঁই নাই ছোট সে তৰী..." এৰা, আমি এই "শূন্য ঘাটেৰ 'পৰ ৰহিনু পৰি।" আমাৰ পথাৰ উদং, ভৰাল উদং আমাৰ মন-ভৰা সাগৰ এখনৰ নিৰাশা। নাৱে মানুহক উটাই উটাই নি কোন খিনি পোৱালেগৈ? "জলদস্যু" (পাইৰেট) বিলাক জানো আজিও "ভদ্ৰ" মানুহ হ'ল? আমাৰ হাবিৰ কাঠ কাটি আমি সাজি দিওঁ নাও। আমাৰ পাহাৰৰ কপাহ কাটি সূতাৰে বৈ দিয়া পাল আৰু আমাৰ গোকাটৰ মৰাপাটৰ জৰী, অথচ সেই নাৱত আমাৰ ঠাই নাই। সিহঁতৰ নাও নিবলৈ মাটি কাটি নতুন জলপথ উলিয়াই সাগৰৰ ঘূৰণীয়া বাট বাদ দিছে। আমাৰ সমুখত ৰহল লুইত পৰি আছে, পাৰ হবলৈ আমাৰ নাও নাই। সিহঁতৰ নাৱত চিনেমা-টেলিভিছনৰ দৃশ্য, ফুটবল-ক্ৰিকেট খেলৰ

আমোদ, উবাজাহাজ নামিব পৰা পিঠি ;—আমাৰ নাও টুলুং-ভুটুং, ইকাটি-সিকাটি। আমাৰ নাও ইমানকৈ বালিচৰত লাগি ধৰে কিয় ? সিহঁতৰ জাককৰা নাও বামেদিও যায়, পানীৰ তলীয়েদিও যায়। আমাৰ নাৱতকৈ পাতিহাঁহবোৰ বেছি বেগাই যাব পাৰে। এসময়ত শৰাইঘাটৰ ৰণত নাৱে নাৱে লুইত ভৰিছিল, এতিয়া ইপাৰ সিপাৰ হোৱা ফেৰী, মটৰলাঞ্চ্‌ মাজ-বাটতে বুৰে। নাওবোৰা প্ৰতিযোগিতা চাবলৈ গৈ বেজাৰ মনেৰে ঘৰলৈ আহিব লাগে।

# য়েতি

মানুহে যেতিয়া পৃথিবীৰ সৰ্ব্বোচ্চ শৃঙ্গ এভাৰেষ্ট জয় কৰিলে তেতিয়া আৰু এটা শৃঙ্গ জয় কৰিবলৈ ইচ্ছা কৰিলে। সি এভাৰেষ্টতকৈও ওখনেকি ? ক'ব পৰা নাই। মানুহে বৰ্ত্তমান তাৰ নাম য়েতি ( বৰফ-মানৱ ) দিছে। তাক জয় কৰিবযে পৰাই নাই, আনকি সিনো প্ৰকৃততে কিমান ওখ-ডাঙৰ তাকে থিৱাং কৈ কব পৰা নাই। তাৰ বৰণ বা কি, বগানে ক'লা, নে মুগা বৰণীয়া, নেজ-নেগুৰ আছেনে নাই, কাণ থিয় নে চেপেটা, দেখিবলৈ ঠিক এটা বান্দৰৰ

দৰে নে নোমাল ভালুকৰ দৰে—এইবোৰ লৈ নানা মুনিয়ে নানা মত "পেছ" কৰিছে। কিন্তু এইবোৰ বিভিন্ন মত শুনি মোৰ হলে বুদ্ধদেৱৰ সাধুটোলৈহে মনত পৰিছে—অন্ধ চাৰি জনে মৰি, পৰি থকা হাতীটোৰ পেট-পিঠি, কাণ, নেজ, ঠেং চুই আছি একোটা "নিজা" হাতীবৰ্ণনা দিছিলযে! দেহিঐ, কোনেও হাতী দেখা নাছিল, সকলো বৰ্ণনা সেইবাবে একেবাৰে অশুদ্ধ বা অদ্ভুত আছিল। এতিয়া য়েতিৰ বৰ্ণনাও মোৰ তেনে যেনহে লাগিছে। নেদেখা বস্তু একোটাৰ বৰ্ণনা মানুহে বহুত দিন ধৰি দি আহিছে—ঈশ্বৰো তেনে এটা—, এতিয়া ঈশ্বৰ-অবিশ্বাসী মানুহে শেহত য়েতিকলৈ এইবোৰ নানা ছল-বাজী কৰিছে। সেই কালৰ ঈশ্বৰ আৰু এই কালৰ য়েতি!.........

এভাৰেষ্টতকৈও দুৰ্লভ্য, অথচ চকুৰে নেদেখা, ইনো কেনে ধৰণৰ জন্তু হব পাৰে? নাইবা, ই সঁচাকৈয়ে আছে, দিনৰ তৰাৰ দৰে, কিন্তু মানুহৰ সেই জন্তুটোক দেখিবলৈ উপযুক্ত দৃষ্টিশক্তি নাই! আন্ধাৰৰ সহায়ত আমি তৰা ৰাতিহে দেখোঁ, য়েতিক দেখা পাবলৈ আমি মনৰ আন্ধাৰ-ৰাজ্য বা জ্ঞান-বিজ্ঞানৰ আন্ধাৰৰাশিৰ সহায় লব লাগিব নেকি? কলাৰ উপছায়াত বিজ্ঞানে ৰাজ্য পতাৰ দৰে, বিজ্ঞানৰ প্ৰচ্ছায়াত নিশ্চয় য়েতিয়ে ভোগদখল কৰি আছে। কিম্বা মেটিনাৰ নিজা পোহৰত সৃষ্ট সি এটা অলীক ছবি? অথবা, মনৰ ভয়ৰ ভূতৰ দৰে মানুহৰ মনৰ ভীতি-বিভীষিকাৰ মূৰ্ত্ত

ক'লা-বিন্দুটোৱেই হিমালয়ৰ মহা উচ্চভাৰ মাজত বিৰাট আকাৰ ধাৰণ কৰি উঠিলে—যেকেবেথে ভোজন-সভাত আনে নেদেখা বেঙ্কৰ ভূত দেখাৰ দৰে কিজানি মানুহে তাৰ মনৰ চকুৰেহে য়েতিৰ ক'লা মূৰ্ত্তিটোৰ দৰ্শন লাভ কৰিলে? কোনো শুভ্ৰ বগাকেই মানুহে অকলে চাব নোৱাৰে—অলপ ক'লাৰ ভেজনি দিহে তাক উপভোগ বা উপলব্ধি কৰিব পাৰে—ভালক বেয়াৰ তুলনাৰে, বেয়াক ভালৰ সাদৃশ্যেৰে মানুহে সদায় চাই আহিছে। ছবি স্পষ্ট কৰিবলৈ চিত্ৰকাৰসকলে ডট্ (Dot-বিন্দু) বা shade (ছাঁ) ব্যৱহাৰ কৰা নিয়মটো এই খিনিতে উল্লেখ কৰিব পাৰি। কিজানি এইদৰে হিমালয়ৰ শুভ্ৰ বৰফৰাশিক মনেগঢ়া য়েতিৰ ক'লা ছায়ামূৰ্ত্তিৰ সহায়েৰে মানুহৰ মনে চাইছে! নহলে উচ্চতম শৃঙ্গ জয় কৰাৰ ক'লা অহঙ্কাৰৰ মূৰ্ত্তিয়েই সেইটো!

য়েতি যদি সঁচাকৈয়ে আছে তেন্তে সি হয়তো তাৰ অন্তৰ্দ্ধানেৰে সৈতে মানুহক কবলৈ বিচাৰে যে তোমাৰ জয় কৰিবলগীয়া আৰু অনেক শৃঙ্গ, গুহা-পথাৰেই পৃথিবীত পৰি বৈছে—মোক জয় কৰিবলৈ বাৰু পাছতেই আহিবা। সসাগৰা পৃথিবীক সামৰিবলৈ বিচৰা সাম্ৰাজ্যবাদৰ ভাবটো এতিয়াও সসাগৰা পৃথিবীৰ সমানেই ডাঙৰ বহল হৈ মানুহৰ মনৰ মাজত আছে। তাক জয় কৰি আঁতাবলৈ মানুহৰ এতিয়াও বহুত বাকী। ক'লা বৰণৰ মানুহক বগাই এতিয়াও ভৰিৰ তলত ৰাখিবলৈ বিচাৰি আছে, বগাবোৰৰ মন এতিয়াও

মনুষ্যত্বভাৱে পোহৰ কৰিব পৰা নাই—হিমালয়ৰ বগা ৰাজ্যখন জয় কৰিলে কি হব!

কলীয়া কৃষ্ণ-গোঁসাইৰ দৰে য়েতিয়ে মানুহৰ গোপিনী সকলৰ লগত কি চাতুৰী-লীলা কৰিছে আমি হলে বুজিব পৰা নাই। হিমালয়ৰ বৃন্দাবনত 'তেওঁ'ৰ এই লুকাভাকুৱে মানুহ-বিৰহিনী সকলক বাককৈয়ে দোধোৰমোৰত পেলাইছে। বোলোঁ মানুহ, অহঙ্কাৰ কৰিলে নোপোৱাঁ; ভক্তি-আৰাধনা কৰিলেহে, চকুপানীৰ মালা গাঁথিলেহে য়েতি-কৃষ্ণক পাবা দেই! নাইবা, বিশ্বগ্ৰাসী বোমা ফুটাবৰ আগলি-বেলাত কিয়নো এই দুষ্প্ৰাপ্য দুৰ্লভ ধনটি আনি ধ্বংস কৰিব খোজা, মিছাকৈয়ে! (এই ভয়তে হয়তো মানুহৰ নয়নৰ গোচৰলৈ নাহি য়েতিয়ে ক'ৰবাত লুকাই ফুৰিছে!) নিজান বনৰ ফুল মানুহে চিনি পাব নালাগে, তাক ছিঙি আনি অযত্নত নাশ কৰিব নালাগে। বনৰ ফুল বন শুৱাই, বন আমোলমোলাই ফুলি থক—"মানুহে ফুলৰ কিজানে আদৰ"!

—(তেজীমলাহে মই!)

মানুহ আৰু বান্দৰৰ ক্ৰমবিকাশৰ মাজৰ Missing Link (হেৰোৱা সংযোগ)টো বিচাৰি এতিয়াৰ 'জ্ঞানী'সকলে বোলে হাবাথুৰি খাইছে। বান্দৰ আৰু মানুহৰ মাজত যথেষ্ট তফাৎ—ইয়াৰ সংযোগটো কি?

আমি কওঁ, য়েতি। য়েতি পুৰণি দিনৰ, প্ৰাক্‌ঐতিহাসিক যুগৰ মানুহ নিশ্চয়। মহাভাৰতৰ আধখোৱা নেকি?

কথিত আছে, অমৰ অশ্বত্থামাই এতিয়াও হিমালয়ত অৱস্থান কৰিছে। অশ্বত্থামা তেনেকুৱা হ'ব পাৰেনে? আজিৰ মানুহৰ যিটো ৰূপ, প্ৰাক্‌ঐতিহাসিক যুগত সি নিশ্চয় বহুত সুকীয়া আছিল। হাতীৰ পূৰ্ব্ব-ৰূপ মেমথৰ লগত হাতীৰ কিমান পাৰ্থক্য! মহা-ভাৰত যুগৰ সকলো মানুহেই হয়তো মহা বা অতিকায় আছিল। সিবিলাকৰ শৰীৰত যথেষ্ট নোম থকা-টোও সম্ভৱপৰ। সিবিলাকৰ ভৰি হাতবোৰো অতিকায় ভালুক-বান্দৰৰ দৰে হোৱাটো সম্ভৱপৰ (অলপতে উজনী অসমৰ উজনীত বিৰাট পৰশুৰামৰ "খোজ" এটা ওলোৱা কথা আটায়ে জানো।) য়েতিৰ ভৰিৰ খোজ এতিয়া তেনে ধৰণেহে পোৱা হৈছে। মহাভাৰতৰ যুগৰ কৌৰৱ পাণ্ডৱ সকলো মৰি-হাজি নাইকিয়া হ'ল, মাত্ৰ অমৰ অশ্বত্থামাই হিমালয়ৰ নিভৃত কোণত এতিয়াও বাস কৰি আছে। আজিৰ মানুহে তাৰ নাম দিছে "য়েতি।" বৈদিক বা প্ৰাক্‌বৈদিক যুগৰ সংস্কৃত ভাষাৰে মাতিলে হয়তো য়েতিয়ে বুজি পাব, নিউজিলেণ্ডৰ হিলাৰীৰ মাত, টেন্‌জিঙৰ নেপালী বচন, মিঃ স্লিকৰ কথোপকথন বুজিব কেনেকৈ?* অশ্বত্থামাৰ মুখৰ ভম্‌ভমনি ৰম্‌ৰমনি এতিয়া আৰু নাই চাগৈ; কিন্তু মগজুৰ ভিতৰত হলে এষাৰ কূটনৈতিক বাক্য সদায় ধ্বনিত

(* আমাৰ দেশৰ পূজা-পাটলবিলাক এতিয়াও সংস্কৃত ভাষাত সেইবাবেই হৈ আছে—কাৰণ আমাৰ দেৱ-দেৱী আটাইবোৰেই বৈদিক বা তাৰো আগৰ যুগৰ।)

হব লাগিছে—"অশ্বথামা হত কিন্তু ইতি গজ।" অশ্বথামা মৰা নাই, নমৰে; য়েতিক লৈ ব্যস্ত হোৱাসকল "গজ" (মূৰ্খ?) হৈ মৰিবলৈ লৈছে (?)।

এই কথাষাৰ ব্যক্ত কৰাৰ কাৰণে প্ৰগতিশালী পৃথিবীৰ নিন্দা-ভৎসনাৰ বৈতৰণীখন মোৰ চকুৰ আগলৈ ভাহি আহিছে।

# শিল

শিলক বহুতে বহুতদিন ধৰি জড় পদাৰ্থ বুলি কৈ আহিছে। কিন্তু শিল চিৰন্তন নহয়; তাৰ জন্ম আছিল, আৰু তেনেহলে, গীতাৰ মতে, মৰণো থাকিবই। জন্মৰ পৰা মৰণলৈকে এই কালছোৱাই শিলৰ জীৱন; জীৱন আছে যদি সি জড় হ'ল কেনেকৈ?

জীৱনৰ যিখিনি গুণ, শক্তি, শিলৰ কি সেইবোৰ নাই? তাক আঘাত হানিলে সি কি তাৰ কোনো নিষেধ নজনায়?

শিলৰ ওচৰত মানুহ কিমান ধৰুৱা, সেইখিনি সোনকালে কৈ উঠা টান। চমুকৈ কবলৈ হ'লে ক'ব পাৰি, মানুহ জাতিৰ সভ্যতাৰ প্ৰধান আলম শিল। প্ৰাচীন কালৰে পৰা

আৰম্ভ কৰি বৰ্ত্তমানলৈকে সভ্যতাৰ ৰাজধানী সেইবোৰতেই য'ত শিল আৰু মানুহৰ মাজত বেছি সম্বন্ধ স্থাপিত হৈছে। শিলৰ ঘৰ-দুৱাৰ, আলিবাট-স্তম্ভ, সাঁকো, দুৰ্গ, দেৱাল আদি কৰি শক্তিৰ মহৎ পৰিচয় সকলো প্ৰকাশত সহায় কৰিছে শিলে। যেন অৰ্জ্জুন মাত্ৰ কাৰণহে, কৰ্ত্তা সাৰথি স্বয়ং কৃষ্ণই। সোণ-ৰূপ-তাম আদিৰ আধিপত্যও মানুহৰ মাজত নুই কৰিব নোৱাৰি, বৰ্ত্তমান যুগত লোহাৰ সহায়তাও কম বিৰাট নহয়; কিন্তু সকলোৰে ওপৰত চিৰকাল ধৰি থাকিল শিল। অশোকৰ ৰথ-চক্ৰবিলাক লোহাৰ আছিলনে তামৰ আছিল ক'ব নোৱাৰোঁ, আৰু নোৱাৰাৰ কাৰণো সেই পদাৰ্থবিলাকৰে দুৰ্ব্বলতা; কাৰণ সিহঁতৰ গৰিষ্ঠতা বা স্থিতি অধিক নাই। কিন্তু অশোকৰ শিলাস্তম্ভই তেওঁৰ মহত্বক ধৰি ইমান দিনেও স্থিৰ হৈ থাকিল। হিমালয় পৰ্ব্বত শুদা মাটি-বালিৰে হোৱা হলে ইমান দিনে বৰষুণ-পানীত উটি গৈ পৃথিবীৰ গৰ্ব্ব নাইকিয়া হ'লহেতেন; কিন্তু শিল যে থাকিল, সেই বাবেই হিমালয় হ'ল যুগান্ত-ব্যাপী। মাটিৰ তলত লীন যোৱা প্ৰাচীন ৰাজধানীৰ চিনবিলাক এতিয়াও বিচাৰিলে সাক্ষী দিব মাত্ৰ শিলেহে। প্ৰাচীন মানুহৰ সভ্যতা কৃষ্টি কলাৰ নিদৰ্শন দেখুৱাব অজন্তাৰ শিলেহে।

শিলক এৰিধ বুলি নলৈ, মাৰ্ব্বলকো তাৰ মাজত ধৰিলে, ছা-জাহানৰ অমৰ প্ৰেমৰ কাহিনীৰ জীৱন্ত ৰূপ তাজমহলৰ গৌৰৱো শিলৰ ভাগতে পৰে। নৱকান্দুৰৰ, স্বৰ্গৰ

গোঁসানীক বিয়া কৰাবৰ অটল বাসনাৰ মূৰ্ত্ত প্ৰকাশ কামাখ্যাৰ দৌলটো নহলেও পৰ্ব্বতৰ ওপৰলৈকে সজা সুদূৰ বাটক অমৰ কৰি আছে শিলেই।

মহা কবিসকলৰ কাব্যও অমৰ নহয়; সাঁচীপতীয়া, তুলাপতীয়া সকলো পুথি পাহৰণিৰ গুহাত লুকায়। আকাশত ওপঙি থকা সেই আৰ্য্য ঋষিসকলৰ চকুত ধৰা পৰা বিৰাট ছন্দবিলাক মানুহৰ কাণত নপৰে। কিন্তু শিলালিপিয়ে কয়, "মই অকলৈ জীয়াই থাকিম; হে কবি, তোমাৰ অমৰ বাণী শতেক ধুমুহাৰ মাজতো ময়েই ধৰি থাকিম।"...... কত পৰ্ব্বতে-পাষণ্ডে, অৰণ্যৰ মাজত নিৰ্ব্বাসন যন্ত্ৰণা ভুগি, কত আঘাত সহি, কালৰ উত্তাল তৰঙ্গৰ খুন্দা সহি কত প্ৰাচীন শিলাখণ্ডবিলাকে ক'বলৈ বিচাৰে, মানুহক যুগে যুগে বুজাবলৈ বিচাৰে—"হে মানুহ, তুমি সামান্য নহয়, তোমাৰ মহত্ব আজিৰ নহয়; আজি অনেক যুগৰ আগৰে পৰা তুমি মহান। তাৰ সাক্ষী এয়া চোৱাঁ—ময়েই! ভালকৈ চালে দেখা পাবা, মোৰ গাত কত চিহ্ন-প্ৰতীক আছে, কত আদি-শিল্পীৰ হাতৰ আদৰ, কত সুকোমলা আদি-নাৰীৰ স্নেহস্পৰ্শ মোৰ গাত লাগি আছে!!"

মানুহৰ স্নেহ আটাইতকৈ বুজে শিলেই, মানুহৰ চিৰ-কলীয়া অনুগত দাস শিলেই। অশোকৰ আধিপত্যত থকা ৰজা-মন্ত্ৰী, ৰাজ্য-মাটি, শাসন—এইবোৰৰ কোনেও মহাৰাজৰ আজ্ঞা সৰহ দিন ধৰি নাথাকিল; দূত, প্ৰহৰী সকলোৱে

তেওঁৰ কৰ্ত্তৃত্ব অস্বীকাৰ কৰিলে তেওঁৰ মৰণৰ লগে লগেই। মাত্র থাকিল শিল,—সাধ্বী বিধৱাৰ দৰে অনন্ত যুগলৈ শিলে মহাৰাজৰ আদৰুৱা আজ্ঞা মানি লৈ থাকিল। এসময়ৰ বিপুল ৰাজ্য সম্পদৰ অধিকাৰী মহাৰাজ আজি কালৰ আগত ভিখাৰী, তেওঁৰ আজি অধিকাৰ একোৱে ওপৰত নাই, মাত্র আছে শিলৰ—শিলৰ বিৰাট স্তম্ভৰ। মহাৰাজৰ চিৰকলীয়া অনুগত ভৃত্য, হে শিলৰ স্তম্ভ, মহৎ জনক সেৱা কৰি তুমিও জানো মহৎ হোৱা নাই?

হায় শিল, এই অতি বৰ্ত্তমান দিনতো তুমি মানুহক কিমান স্নেহ কৰিছা! য'ত মানুহৰ কোনো সংস্থান নাই, দুবেলাৰ দুমুঠি, গাৰ এটুকুৰা কাপোৰ ঘটিবৰ যাৰ কোনো পথ নাই, তাৰ আগত তুমি দেখা দিছা। মানুহক বায়ুৰ দৰে শূন্যত হেলাৰঙে মিলি গৈ তাৰ শক্তিৰ পৰিচয় হেকৱাবলৈ তুমি দিয়া নাই। যাক মানুহ বুলিব প্ৰায় নোৱাৰি, যাৰ কোনো সভ্যতা-সমৃদ্ধি নাই, সেইবিলাকৰো পৰিচয় পাবলৈ একমাত্র পথ আছে—সি হৈছে—বিধাতাৰ অভিশাপ মতে কপালৰ ঘাম মাটিত পেলাই কটি অৰ্জ্জন কৰাত যদি কোনো মানৱাকৃতিয়ে তেনে কৰি জীয়াই আছে—তেন্তে তাকো মানুহ বুলিব পৰা যায় এই যুক্তিৰেই।

ৰাস্তাৰ দাঁতিত শিল পৰি থাকে। আৰু সৰ্ব্বস্বহীন মানুহবিলাকে সেই শিল ভাঙি জীৱিকা অৰ্জ্জন কৰে। সিহঁতৰ জীৱিকা আৰু সেই পৰিশ্ৰম—ইয়াৰ মাজত একমাত্র

সিহঁতৰ সৈতে আছে শিল। জগতত কাৰো সৈতে সিহঁতৰ তেনে সম্বন্ধ নাই। পৰিশ্ৰমত শিলবিলাকে সিহঁতক যিমান সহায় কৰে, অৰ্থাৎ সিহঁতক যিমানে নাভাগৰায়, সিমানে সৰ্ব্বস্বান্তহঁতৰ আনন্দ মিলে, জীৱনত জীয়াই থকাৰ উপায় হয়। ভঙা শিলৰ পৰিমান যিমান বেছি হয়, সিহঁতৰ জীৱনলৈ আশাও সিমানে বেছি হয়। অভিজাত প্ৰভুসকল আৰু এই সৰ্ব্বস্বান্তহঁতৰ ভিতৰত লগুনগাঁথি হয়তো বান্ধিছে এই শিলেই। শিল নহলে কি ভাঙিবলৈ প্ৰভুসকলৰ দৰ্কাৰ হ'লহেঁতেন এই দৰিদ্ৰহঁতক মাতিবলৈ? অথবা কি বুলিয়ে বা কিহৰ যোগেদি দৰিদ্ৰহঁতে জীৱিকাৰ সামান্য বেতন এটিৰ কাৰণে প্ৰভুসকলৰ ওচৰত হাত পাতিলেহেঁতেন? সেই একে শিলকে দৰিদ্ৰহঁতে তুলনা কৰে নিৰ্দ্দয় প্ৰভুসকলৰ সৈতে—সিহঁতৰ দুৰ্ব্বল হাতেৰে মৰা হাতুৰিটো শিলৰ পৰা উফৰি উফৰি অহাৰ দৰে, অলপ দয়াৰ কাৰণে প্ৰাৰ্থনা কৰোঁতে প্ৰভুসকলৰ পৰা বিমুখ হৈ আহিব লগা হোৱা দৃশ্যটি মনত পেলাই। আৰু প্ৰভুসকলে সেই শিলকেই তুলনা কৰে নীচ দৰিদ্ৰহঁতৰ সৈতে—যাক জাকে জাকে সেই শিলৰ টুকুৰাবোৰৰ দৰেই গাড়ীৰ চকা, জোতাৰ তল আদিয়ে গৰকি গৰকি যাবৰ কাৰণে আলিয়ে-গলিয়ে ছটিয়াই দিব পাৰি। কিন্তু হে শিল, তোমাৰ প্ৰকৃত মূৰ্ত্তিটোলৈ চাওঁতা কোন আছে? সাম্যবাদীৰ সাম্যদৃষ্টি তোমাৰ ওপৰত জানো পৰিছে?

## শিমলু ফুল

বসন্তক অহা দেখি শিমলু গছে হেজাৰ হেজাৰ কলি ফুলাই অৰ্ঘ্য যাচিছে।

মই কি যাচিছোঁ?

মোৰ অন্তৰৰ বেদনা ৰাশি?

বেদনাবিলাকো জানো কুসুমৰ দৰে বৰণময়? জানো সিহঁতো বিকশিত হয়?

নহয়, বেদনাবোৰ কেৱল কণ্টক। তাৰ ওপৰত যি ফুল ফুলিব—সি হৈছে সকলোৰে সাৰ্থকতাস্বৰূপ আনন্দ।

হে আনন্দ, তুমি কাহানি মোৰ হৃদয়ৰ তৰু উজ্জ্বল কৰি বিকশিত হবা?

——

## স্বৰ্গ

মই ঘূৰি আহিলোঁ, তোমাৰ কাৰণেই ঘূৰি আহিলোঁ।

মই গৈছিলোঁ স্বৰ্গৰ সমান নগৰীলৈ য'ত সকলো পৰিপূৰ্ণ। কিন্তু তুমি তাত নাছিলা।

তোমাৰ কাষলৈ মই ঘূৰি আহিলোঁ, তুমি থকা এই নিস্তব্ধ নিষ্প্ৰভ গাঁৱৰ মাজলৈ। ইয়াত নগৰীৰ সমান পৰিপূৰ্ণতা নাই; কিন্তু তুমি আছা।

তুমিয়েই মোৰ সকলো পৰিপূৰ্ণতা, তোমাক পোৱাতে মোৰ পৰিপূৰ্ণ তৃপ্তি।

তুমি য'ত আছা, তাত একো নাথাকক, কিন্তু সেয়ে মোৰ স্বৰ্গ।

# জাৰ

জাৰ হৈছে কুঁৱলীয়ে চাৰিওদিশ ঢাকিছে। শৰীৰত কঁপনি উঠিছে বৰ বেছি। কিন্তু মনত?

এতিয়া মনৰ কঁপনি উঠা নাই; বৰং ই বৰ দৃঢ় হবলৈ বিচাৰিছে কঠোৰ ভাৱে—স্থিৰ-ভাৱে নানান উমৰ ঢাকনিৰ মাজত।

যেতিয়া গ্ৰীষ্মৰ মাজভাগ, তেতিয়া জানো জাৰত শৰীৰ কঁপিছিল?

ওহোঁ।

কিন্তু মন হলে কঁপিছিল। কিয়নো মনে জানিছিল যে আহাৰ আহিবৰ হৈছে। সেই সিদিনা—প্ৰথম আহাৰৰ দিনা আকাশত ক'লা ডাৱৰছটা হঠাতে দেখি মনটো কঁপি উঠিছিল কিয়?

সচাঁকৈয়ে মনৰ জাৰ লাগিছিল সেইদিনা। তোমাৰ কাষৰ পৰা এৰাএৰি হ'ব লাগিব বুলি জানি সেই বিৰহৰ প্ৰথম আগমনত, অকলসৰীয়া উম নোহোৱা বুকুখনৰ মাজত অকলে অকলে উকণ্ঠা মনটোত সচাঁকৈয়ে জাৰৰ কঁপনি উঠিছিল।

তোমাৰ মৰমৰ সুশীতল স্পৰ্শৰ বাহিৰে যে কিহেও মনৰ সেই জাৰ গুচাই উম লগাব নোৱাৰে!

# ঘৰ

য'তে থকা হয়, সেয়ে ঘৰ। সঁচানে?

একৰহে ঘৰ হ'ব পাৰে, বহুত্বৰ নহয়। এক ঘৰত বহুত্ব থাকিব নোৱাৰে, বহুত থাকিলেও এক হৈ থাকিব লাগিব। ঘৰখন এজনৰো হব পাৰে, এটা পৰিয়ালৰো হব পাৰে। পৰিয়ালত কেইবাজনো থাকে, কিন্তু সংখ্যাত, বহু হলেও, ভাবত এক হব লাগিব। তেতিয়াহে সেই ঘৰ নির্ব্বিবাদে থাকিব পাৰে। পৰিয়ালৰ প্ৰত্যেকৰে একো একোটা স্বকীয়া ভাব হলে ঘৰখন ঘৰ হৈ নাথাকে, বিশৃঙ্খলা-পৰিপূৰ্ণ হৈ ভাগি যোৱাৰ সম্ভাৱনা।

এক ভাবৰ, অৰ্থাৎ বহুত হলেও একে সুখত সুখী আৰু একে দুখত দুখী, পৰস্পৰৰ প্ৰতি সহানুভূতিপূৰ্ণ হৈ য'তে যিভাৱে থকা যায়, সেয়ে ঘৰ। হোটেলত একেটা ঘৰতে বহুতো মানুহ থাকে, কিন্তু সেইখন ঘৰ নহয়। কিয়নো হোটেলৰ বাসিন্দা প্ৰত্যেকেই এক এক, কিন্তু সকলো গোটখাই এক নহয়। ঘৰৰ পৰিয়ালৰ প্ৰত্যেকেই এইদৰে এক এক হৈ থাকিব নোৱাৰে। চাল-বেৰ থকা ঘৰটোকেই ঘৰ নোবোলে। এক হৈ থকা ভাবটো য'ত নাই, সেই সাতমহলীয়া অট্টালিকাটোও ঘৰ নহয়। কিন্তু গছৰ খোবোংটো, পঁচা পাত-খেৰৰ বাহটো চৰাই পৰিয়ালটোৰ এটি সুখৰ

ঘৰ। সেইদৰে পঁজা ঘৰটিও এটি সুন্দৰ ঘৰ হব পাৰে, কিন্তু ঘৰ নহয় "তাজমহল হোটেল"টোও।

আমাৰ বহুতৰে, বহুতৰ পৰিয়ালৰে সমূহীয়া একোটি বাসস্থল আছে; কিন্তু ঘৰ নাই। একেটা পৰিয়াল একেলগে থাকিও দুটা চৰু থকা আমি জানো। য'ত শান্তি নাই, য'ত একেটি ভাবৰ মিল নাই, সেই বাসস্থল ঘৰ নহয়। ঘৰ নোহোৱা শান্তিহীন মানুহ পৃথিবীত কিমান বেছি!

যিসকলে সকলো কথা আটাইতকৈ বহলকৈ লয়, তেওঁলোকৰ কাৰণে পৃথিবীখনেই ঘৰ। জোন-বেলি তেওঁলোকৰ ঘৰৰ চাকি, আকাশ তেওঁলোকৰ চাল, দিগন্ত তেওঁলোকৰ বেৰ। তেওঁলোকে বিচিত্ৰ সংসাৰৰ মাজত একত্বৰ সুৰ শুনিবলৈ পায়। এওঁলোকৰ ভাবক প্ৰায় আটায়ে অতিৰঞ্জন বুলি ভাবে আৰু সেই ভাবক অনুসৰণ কৰিব নোখোজে। সেইবাবেইনেকি আমাৰ বহল ঘৰখন ভগাছিগা আৰু তাত বহুত চৰু?

# প্ৰতিমা

শিলৰ প্ৰতিমা তুমি, তোমাক মই পূজা কৰোঁ। ভাবোঁ, তুমি মোৰ হৃদয়ৰ আৰাধ্যা দেবী। তোমাৰ শিলৰ শীতল স্পৰ্শ মোৰ বুকুত লাগিলে মই কুসুমৰ পৰশ অনুভৱ কৰোঁ। মই ভাবোঁ তোমাৰ প্ৰাণ আছে। তোমাৰ বুকুৰ ঢপ্‌ঢপনি যেন মই মোৰ বুকুৰ ঢপ্‌ঢপনিত শুনিবলৈ পাওঁ।

তথাপি তুমি মোৰ দেৱী, তুমি মোৰ প্ৰেয়সী। তোমালৈ মই নানাবিধ ফুল তুলি আনো। চকুৰ পানীৰে সেইবোৰ তিতে। তাতে চন্দন সানো মোৰ অনুৰাগৰ। মই ভাবোঁ, তুমি বৰ আদৰেৰেই সেই ফুল-নিবেদন গ্ৰহণ কৰা। কিয়নো, তোমাৰ মুখত বিৰিঙি উঠা তৃপ্তিৰ হাঁহি-ৰেখা এটি মাজে মাজে মই জানো দেখিবলৈ নাপাওঁ!

কিন্তু মানুহবোৰে কয়, তুমি হেনো প্ৰাণহীনা, তুমি হেনো নিৰ্ব্বাক-নিস্পন্দ কেৱল শিলৰেই প্ৰতিমা। তুমি হেনো নুবুজা মানুহৰ প্ৰাণৰ ব্যথা, তুমি হেনো নকৰা গ্ৰহণ অন্তৰৰ যাচি দিয়া কুসুম-নিবেদন! আৰু তোমাক পূজা কৰা বাবেই ময়ো হেনো বলিয়া।

জানো সচাঁ এইবোৰ কথা?

মোৰ অন্তৰৰ কোনেও ঢুকি নোপোৱা দেশত এটুকুৰা ঠাই আছে য'ত তোমাক মই জীৱন্তৰূপে পাওঁ। য'ত তুমি

শাশ্বত, য'ত তুমি পৰমা সুন্দৰী, প্ৰাণময়ী। আৰু সেই প্ৰাণৰ পোহৰতে মোৰ প্ৰাণেও সজীৱতা লভিছে। বাহিৰৰ মানুহবোৰে চাগে সেই ঠাই কোনোকালেই দেখাগে নাই, কিয়নো সিহঁত সদায় বাহিৰৰ মানুহ, সিহঁতে অন্তৰলৈ ভুমুকি নামাৰে।

# পাৰ্থক্য

তোমাৰ আৰু মোৰ মাজত পাৰ্থক্য আছে বহু দূৰত্বৰ। তোমাৰ কাষ পাবলৈ মই বহুতো পৃথিবীৰ খাল-বাম, ওখ-চাপৰ পাৰ হৈ যাব লাগিব। বাটত কটকটীয়া বাঙ্কোন বা হেঙাৰো আছে বহুত। বাটটোও নিমজ সেন্দুৰীয়া নহয়, তাত গছৰ মূঢ়া আছে, ভৰি কাটি যোৱা খেৰণি আছে, পিছলি যোৱা শেলুৱৈ গজা বোকা-মাটি আছে।

কিন্তু তথাপি মোৰ তোমাৰ কাষ পাবলৈ বেছি সময় নালাগিব। কিয়নো প্ৰাণৰ প্ৰবলতাৰ আগত শক্তিমান একোৱে নাই। তোমাৰ প্ৰাণ আৰু মোৰ প্ৰাণ দুয়ো লগ হৈ যি এক বিৰাট শক্তিৰ জন্ম দিছে, তাক পৰাজিত কৰিব কোনে?

# পলম

তোমাৰ বাতৰি মোৰ কাৰণে আটাইতকৈ মূল্যবান, সেইবাবে তোমাৰ বাতৰি মোলৈ বৰ পলমকৈ আহে।

সঁচাকৈয়ে, যিবোৰ বস্তুৰ মূল্য বৰ বেছি, সেইবোৰ হৈ উঠোতে পলম হয়।

প্ৰাণী-জগতত‌ো যিবিলাক জীৱ অতি ক্ষুদ্ৰ ক্ষুদ্ৰ, সিহঁতৰ জন্ম সংখ্যা যিদৰে বৰ বেছি, সেইদৰে সিহঁতৰ জন্ম-ক্ষণও নিচেই কম। কিন্তু যিবিলাক জীৱ শ্ৰেষ্ঠ আৰু শ্ৰেষ্ঠতৰ; সিহঁতৰ জন্ম-সংখ্যা কম আৰু জন্ম-সময় বৰ পলম। মাখি আৰু হাতীৰ পাৰ্থক্য জানো মই দেখা নাই!

সেই নীহাৰিকাৰূপৰ পৰা বসুন্ধৰা-মাতৃৰ এই শস্য-শ্যামলা ৰূপ পাবলৈ কিমান লক্ষ বছৰ লাগিছিল, মই জানো জানো?

সেইবাবে তোমাৰ পৰা বাতৰি অহাত বৰ পলম হলেও মোৰ কোনো বেদনা নহয়। নিশাৰ দৰে শত তাৰকাৰ প্ৰতীক্ষাৰত নয়ন মেলি মই আন্ধাৰৰ মাজেদি চাই থাকিম তোমাৰ মহান সূৰ্য্যৰ উদয়লৈ, দেই! মোৰ কোনো দুখ নাই!

— —

# ৰেডিঅ'

গোটেই পৃথিবীখনেই মোৰ ওচৰত কথা কবলৈ বাটচাই আছিল ইমানপৰে—যিমানপৰ মই মোৰ ঘৰুৱা হিছাপৰ লিখা-পঢ়া কামত ব্যস্ত আছিলোঁ। এতিয়া সেই দুৱাৰ মুকলি কৰি দিয়াত, আন্ধাৰ ঘৰৰ জপোৱা খিৰিকী মেলি দিলে যিদৰে পূৰ্ণিমা ৰাতিৰ পূৰ্ণ জোনৰ জ্যোৎস্না-ধাৰা নামি আহি গোটেই ঘৰ ভৰাই তোলে, সেইদৰে মোৰ আগত পৃথিবীয়ে নানা ভঙ্গিমা, নানা সুৰ, নানা ছন্দ, নানা স্বৰেৰে কথা কবলৈ আগবাঢ়ি আহিল,—মোৰ এই ৰেডিঅ'টোৰ বুটাম পকাই দিলতে।

এই ৰেডিঅ'ৰ দৰে গোটেই বিশ্বই আমাৰ আগত কত অৰ্ঘ্য ভৰপূৰ কৰি দিবলৈ বাটচাই ৰৈ আছে, সেই অদৃশ্য ৰেডিঅ'ৰ অদৃশ্য বুটামবোৰ ঠিকৰকমে পকাই দিব জনা হলে! আমাৰ চকু-কাণ-নাক আদি ইন্দ্ৰিয়সমূহ আৰু উভয়েন্দ্ৰিয় মনৰ ৰেডিঅ'বিলাক বন্ধ কৰি আমি প্ৰতি ক্ষণতে জগতৰ সকলো সম্বাদ যে হেৰুৱাইছোঁ! আমাৰ বন্ধ ঘৰৰ হিছাপৰ লেখা-পঢ়াৰ পৰা মূৰ দাঙি কেতিয়া মুক্ত হৈ বিশাল বিশ্বৰ সম্বাদ শুনিবলৈ চেতনা পাম?

# জোতাৰ জগত

জন্তু মৰি যায়, কিন্তু সি পদাৰ্থ; তাৰ পদাৰ্থটো মৰি নাযায়। পদাৰ্থ অবিনশ্বৰ। তাৰ ছালে মৃত্যুৰ পিছত এই মৰ্ত্ত্যতে নতুন জন্ম গ্ৰহণ কৰে। ৰ'দত শুকাই, নানান মছলা-বসত তিতি নৱ-জীৱন প্ৰাপ্তি ঘটে। জোতাৰ কাৰখানা-ঘৰ আধুনিকতাৰ অভিনৱ গৰ্ভ।

মানুহৰ নানান বোজা বই, গাড়ী, নাঙল টানি সেই জন্তু পূৰ্ব্বজন্মতে যি মানুহৰ দাস আছিল, নৱজন্মতো তাৰ আংশিক দেহে সেই দাসত্বকে শিৰ পাতি ললে। মানুহৰ চৰণ-সেৱা কৰিবলৈ জোতাৰ জন্ম-লাভ হ'ল।

যি গুৰুৰ, চৰণৰ ধূলি লবলৈ শিষ্যবৃন্দ লালায়িত, সেই ধূলিৰ ওপৰত কোনোবা খণ্ডাল দুৰ্ব্বাসাৰ অভিশাপ পৰিল। মহামানৱসকলৰ চৰণৰ পুণ্য ধূলিৰে আই বসুন্ধৰা পৱিত্ৰা হবলৈ আৰু সুযোগ নাথাকিল। মহা পাপপূৰ্ণ কলিকালত পৃথিৱীত পুণ্যৰ কোনো ধূলিকণাই আৰু নাথাকিল। মানুহ আৰু মাটিৰ পৃথিৱী, এই দুয়োৰে মিলনৰ মাজত জোতাই কি দুৰ্ভেদ্য প্ৰাচীৰ গঢ়ি দিলে! জীৱনত মানুহে মাটিৰ পৰা আঁতৰি থাকে, মৃত্যু হলেহে মাটিৰ বুকুলৈ আকৌ নামি যায়। এতিয়া হ'ল জোতাই জীৱন। জোতাহীনতাই মৃত্যু। তুমি সদায় জোতা পিন্ধি ফুৰিছা,

আই বসুন্ধৰাই তোমাৰ নগ্ন ৰাতুল চৰণৰ সুকোমল স্পৰ্শ কোনোদিনাই লাভ কৰা নাই; তুমি এদিন এবেলা জোতা নোহোৱাকৈ বোকাপানী মিহলি মাটিত শুদা ভৰিৰে খোজ দি ফুৰিবা, দেখিবা, সিবেলালৈ তোমাৰ অপমৃত্যু ঘটিব। তাৰ কি নাম দিবা—ইনফ্লুয়েঞ্জা—চৰ্দ্দি, হাঁচি-কাহ নহয়নে?

আজিকালি তোমাৰ অধিষ্ঠাত্ৰী কোনোবা আৰাধ্যা দেৱী যদি আছে, তেওঁৰ ৰাতুল পদযুগল স্থাপন কৰিবৰ কাৰণে তোমাৰ হৃদয়ৰ পদুম-পাহি থাপি আগবঢ়ালে তোমাৰ মূৰ্খামিহে প্ৰকাশ পাব। তাৰ সলনি পাৰা যদি স্থাপন কৰা কিবা শিলাসন, অথবা কাষ্ঠাসন। নহলে হাইহিলৰ গৰকনিত তোমাৰ হৃদয়-পদুম পাহি পাহি খণ্ড খণ্ড চুৰমাৰ হ'ব।

তুমি মানুহ, কিন্তু সাধাৰণ তোমাৰ ক্ষমতা জোতাৰ ক্ষমতাৰ সৈতে তুলনা নহয়। তুমি সাধাৰণ মানুহ, তোমাৰ মানুহৰে বেলেগ এবিধ বা এজাতি মানুহ তুমি সৃষ্টি কৰিব পৰা নাই। অৱশ্যে তুমি বৰ ভাল বা বৰ বেয়া ৰাজনীতিজ্ঞ বা কূটনীতিজ্ঞ এজন হ'ব পৰা হলে এটা পাৰ্টি বা দল গঠন কৰা টান নহলাহেতেন। কিন্তু তোমাৰ নিজৰে সৃষ্টি সেই দলটোৰ ওপৰত চিৰকাল তুমি বিশ্বাস স্থাপন কৰিব নোৱাৰিবা। চল পালেই সেই দলে তোমাক প্ৰতাৰণা কৰিব। তোমাৰ বিপক্ষে নতুন দল গঠন কৰিব। তুমি মানুহ, মানুহৰ প্ৰতি মানুহৰ সিমান শ্ৰদ্ধা-ভক্তি-আগ্ৰহ

নাই। মানুহৰ ওচৰত মানুহ সিমান অনুৰক্ত, আসক্ত, বাধ্য নহয়—যিমান হয় জোতাৰ ওচৰত। প্ৰমাণ বিচাৰিছা? —সৌ চোৱাঁ, কান্ধত সেই হাতুৰি মৰা লোহাডাল পিঠিত, টুকুৰা-টুকুৰ চামৰা আৰু ফটা জোতাৰ জোলোঙাটো লৈ বাটে বাটে ঘোৰা বা সেই চাৰি আলিৰ মূৰত বহা মুচীটোলৈ চোৱাঁ!

জোতাই মানুহৰ দাসত্ব কৰিছিল, কিন্তু মানুহেওযে জোতাৰ দাসত্ব কৰিবলৈ সাজি-পাৰি ওলাল তাৰ প্ৰমাণ এই মুচীৰ জাতটোৱেই। এতিয়া কোন কাৰ দাস—জোতাই মানুহৰনে, মানুহেই জোতাৰ তাক ধৰিবলৈ টান হৈ পৰিল, নহয় জানো?

জোতাই এই এজাতি স্বকীয়া মানুহ সৃষ্টি কৰিলে। সমগ্ৰ বিৰাট মানুহ জাতিৰ পৰা আঁতৰাই নি এই জাতি মানুহক এটা স্বকীয়া আকৃতি দিলে। সিহঁতৰ ধৰ্ম্ম, সিহঁতৰ আচাৰ-নীতি স্বকীয়া হৈ পৰিল। তুমি মানুহ, কিন্তু তুমি মানৱজাতিৰ পৰা কিছুমানক আঁতৰাই এইদৰে পৃথিবীত এটা বেলেগ জাতি গঢ়িব পৰা নাই। যদিও কেতিয়াবা ক'ৰবাত গঢ়িছা,. তোমাৰ সেই সংগঠন খন্তেকীয়া বুলি প্ৰমাণিত হৈছে। ইজিপ্ত, ৰোম, গ্ৰীচৰ জাতিসমূহ চিৰন্তন হৈ নাথাকিল; এতিয়াও তোমাৰ স্বকীয়া ৰাজনীতিৰ স্বকীয়া দলবিলাকো কিমানদিনীয়া বুলি ভাবিছা? কিন্তু চোৱাঁ—এই জোতাৰ সৃষ্ট এই স্বকীয়া মানুহ-জাতিটো কেনে চিৰকলীয়া—চিৰন্তন! সৌযে গছৰ তলত বহা মুচীটো, তাৰ

বাপেক, আজুককাক, আৰু কত আগৰ পুৰুষৰে পৰা এই জোতা-সেৱা চলি আহিছে আজিলৈকে তাৰ জোতাৰ প্ৰতি এই অগাধ আসক্তি, বাধ্যতাৰ হ্ৰাস ঘটা নাই। তুমি সাধাৰণ মানুহ, তুমি নাজানা যে তোমাৰ সৃষ্ট সাধাৰণ সুকীয়া বস্তু একোটাই তোমাৰ বুকুৰ কামিহাড় কেইবাডালো চোবাই গুড়ি কৰিছে, তোমাৰ অখণ্ড ৰাজহাড়ডাল খণ্ড খণ্ড কৰি সিহঁতৰ আধিপত্যত ভৰিৰে গছ'ক ধৰিছে। তোমাৰ বিৰাট অখণ্ড মানৱ জাতিৰ পৰা এই জীৰ্ণ মলিয়ন ঘৃণণীয় নিকৃষ্ট এটা বেলেগ ভাগ কৰি তোমাৰ ভৰিৰ জোতা ছপাটেই যে তোমাৰ মানৱত্বৰ মহত্বক, তোমাৰ বিৰাটত্বক অপমান কৰিলে, এই অপমান সেই জোতা ছপাট তোমাৰ গালত উঠাতকৈও বেছি নহয়নেহে ?

মানুহৰ জীৱনত যিখিনিৰ প্ৰয়োজন, জোতাৰো সিমানখিনি সমলৰেই প্ৰয়োজন। তাক খাদ্য লাগে, আশ্ৰয় লাগে, দৈনিক ব্যৱহাৰ লাগে। খাদ্যই বোলা বা প্ৰসাধনেই বোলা, বেলাৰ বেলা তাক যদি তুমি ৰং ৰহণ আদিৰ যোগান নধৰা, তেন্তে অলপতেই সি জৰাগ্ৰস্ত বা আয়ুহীন হবই। স্বাস্থ্য হেৰুৱাই বৰষুণে-বোকাই তিতি-বুৰি ফুৰিলে, অসৎ পানী-ছুনি, আহাৰ খালে তোমাৰ যেনে ৰোগ আৰম্ভ হ'ব, পীড়া হ'ব, জোতাৰো হ'ব তেনেকৈয়ে। তোমাৰ মাহেকীয়া পষেকীয়া ভাৱে ডাক্তৰৰ যি দৰকাৰ, জোতাৰো তেনে দৰকাৰ মুচী-টোৰ। মুচীয়ে আহি জোতাৰ নষ্ট হোৱা বা জৰাগ্ৰস্ত অঙ্গ

জোখৰ আৰোগ্য কৰি নিদিলে, তাৰ জীৱন-কালো চমু চাপি আহে। জোতাক ভালকৈ আপডাল কৰি ৰাখাঁ, আভি-জাত্যৰ আলাসত ৰাখা, সিমানে তাৰ সৌন্দৰ্য্য,—স্বাস্থ্য, আয়ু বৃদ্ধি হব। দুখ-কষ্টৰ শিল-বোকাৰ মাজত সাতুৰি নাদুৰি ফুৰিবিলে, নিতৌ 'ফাৰ্ষ্ট ক্লাছ কাৰৰ' মাজত উঠি ফুৰিলে, প্ৰতিবেলাতে চাকৰ-চাপ্ৰাচীৰ হাতৰ মৰম-বুলনি, প্ৰসাধনৰ যোগান পাই থাকিলে, সেই জোতাৰ গাল-মুখ দাৰিদ্ৰত সোতোৰা-সুঁতৰি নহয়, সি চিৰ-যৌৱন লাভ কৰি নিতৌ গাভৰু হৈ শুৱনীমুখী হৈ থাকিব। সেইকাৰণেই কৈছোঁ, দৰিদ্ৰৰ ঘৰত মূৰৰ জাপি বা পাগুৰি, টুপী হৈ জনম নধৰি তুমি যদি অভিজাত লক্ষপতিৰ ঘৰত জোতাৰ জনমো ধৰাঁ, তথাপি তোমাৰ জীৱন সাৰ্থক।

দাসে প্ৰভুৰ পৰিচয় দিয়ে। কোন জোতা কেনে প্ৰভুৰ দাস তুমি জোতা দুপাটলৈ লক্ষ্য কৰিলেই গম পাবা। বৰ হেঁচাহেঁচি ভিৰৰ মাজত তুমি 'বাছ' বা ৰেলত উঠিছা, ওপৰলৈ মূৰ তুলি তুমি তোমাৰ সহযাত্ৰীসকলৰ মুখ চাবলৈ উপায় পোৱা নাই, তোমাৰ মাত্ৰ চকুত পৰিছে সকলোৰে ভৰিৰ সুকণ্ডাবোৰেদি তলৰ ঠাইখন। তালৈ লক্ষ্য কৰি তুমি তোমাৰ সহযাত্ৰীসকলৰ পৰিচয় ভাল দৰে পাবা। কাৰো জোতা দেখিবা অতি স্বাস্থ্যহীন, জীৰ্ণ, আয়ু শেষ হওঁ-হওঁ। নাঙলৰ ফালত লগাৰ সমান তাৰো ওপৰত কেৱল বোকা-পানী, ধুলি-মাকতি। দৰিদ্ৰতাৰ তীব্ৰ হেচাঁত তাৰ

কামিহাড় ওলোৱা, গাল-মুখ বহুত গহ্বৰলৈ সোমাই যোৱা। জন্মৰ পিছৰে পৰা সি কোনোদিনে ৰংৰহণ বা তৃপ্তিদায়ক আহাৰ আদিৰ সোৱাদ পোৱা নাই। আকৌ দেখিবা, হয়তো কোনো জোতাৰ জীৱন মাত্র আৰু এ-আঙুল, দু-আঙুল চিলাইৰ বান্ধোনৰ ওঁপৰত বাকী আছে, তথাপি তাৰ মৃত্যুৰ আগমুহূর্ত্তলৈকে তাৰ প্রভুৰ সেৱা সি অক্লান্তভাৱে কৰি আছে। আশা, যেন মৃত্যুৰ পিছতে সি স্বৰ্গবাসী হ'ব। আকৌ কোনো দুপাটৰ ফালে চালে প্রথমতে তোমাৰ চকুত জ্বলমলনি ধৰি যাব। প্রথম দৃষ্টিত সেই দুপাট জোতাইনে দুখণ্ড দাপোনেই তুমি ধৰিব নোৱাৰিবা। কাষৰ সকলো জোতাৰ দৃশ্য তাৰ দেহাত প্রতিফলিত হৈছে! কি আটিল, খুত নোহোৱা তাৰ সৌন্দর্য্যশালী স্বাস্থ্য! আহা, তাৰ কি ভাগ্য! পুৰ্ব্বজন্মত সি নিশ্চয় অশেষ পুণ্য অৰ্জ্জন কৰিছিল। একোঐকো পাট যেন একোটি দূৰণিৰ শুৱনী নীল নিমজ পৰ্ব্বত। তাৰ ওপৰেদি পুৱাৰ ৰাঙলী বেলি উদয় হৈছে! সেই আলতা-লগোৱা ৰঙা ৰঙা চৰণযুৰি,— যাক স্থাপন কৰিবলৈ বাট চাওঁতে চাওঁতে কত যোগী-মুনিৰ হৃদয়-পদুম লেৰেলি গ'ল, তাক শিৰত লৈ এই নীলপদুমহেন চিকুণ জোতাযুৰীৰ মহাজীৱন অনায়াসেই সাৰ্থক!

আকৌ দেখিবা, এযোৰ হয়তো প্ৰকাণ্ডকায় প্ৰকাণ্ড গোবোহাৰে মহা শক্তিশালী বুট। সি কালৈকো ভয় নকৰে। সকলোৰে ভিৰ ঠেলি এখন বহল স্থান অধিকাৰ কৰি মহা

প্ৰতাপেৰে ভূমিখণ্ড গৰকি ধৰিছে। যেন এটা প্ৰকাণ্ড উত্থান, তাৰ মাজত মানুহক দমন কৰাৰ, নিধন কৰাৰ প্ৰচণ্ডতাৰ প্ৰখৰ অগ্নি জ্বলিব লাগিছে!

কাৰো কাৰো ভৰি দেখিবা, শূন্য, ৰিক্ত! এইবোৰে সংসাৰত কোনো স্থানেই নাপালে দেহি! জোতাই জীৱন যেতিয়া, এই মৰ্ত্ত্যত এইবোৰেই মৰণশীল মানুহ। ইহঁত জীৱনতে মৰা। ইহঁতে পৃথিবীত কোনো জীৱনৰ আনন্দ-উৎসৱ-সমাৰোহতে যোগ নিদিয়া বৈৰাগী, উদাসীন উলঙ্গ সন্ন্যাসী। ইহঁতে সংসাৰৰ অসাৰতাৰ কথাকেই এতিয়াও প্ৰচাৰ কৰিবলৈ কেৱল মিছা চেষ্টাকেই কৰি ফুৰিছে! হায়!

হে জোতা! তোমাক নমস্কাৰ! সেই ৰাতুল আৰাধ্য চৰণ দুটিতকৈও নমস্য পূজনীয় মূল্যবান তুমি। তোমাক সন্তুষ্ট কৰি বন্ধু কৰি ৰাখিব পাৰিলে বা বাধ্য দাস কৰি ৰাখিব পৰাটোতেই মানুহৰ পৌৰুষ, মানুহৰ মহত্ব, মানৱত্ব। তুমি যদি অসন্তুষ্ট হৈ কেতিয়াবা গালৰ ওপৰলৈ, মূৰৰ ওপৰলৈ উঠা তেতিয়া যে কি প্ৰলয়েই নঘটিব! হিমালয়-চূড়া মহাসাগৰৰ তলত বুৰ যাব। হে জোতা, তোমাক শ্ৰদ্ধা কৰিছোঁ, নমস্কাৰ কৰিছোঁ, সেইবুলি তুমি যেন লাই পাই গললৈ নজপিওৱা!

# নৈশ সঙ্গীত

দিনৰ সঙ্গীত পখীৰ, ভোমোৰাৰ, মৌ-মাখিৰ। ৰাতিৰ সঙ্গীত মহ, উইচিৰিঙা, ফৰিং আৰু অমঙ্গলীয়া দুই-এক চৰাইৰ। যেনে, হুদু, ফেঁচা (নিয়তি) আদিৰ। ৰাতি জোনাক হ'লে অৰণ্যে ফেঁচাৰ গীত সুৰলা হয়।

কেতেকী পখীৰ নিদ্ৰাবিহীন হিয়া-ভগা গীত ৰাতি শুনা যায়। বাঁহীৰ তানে মন আকৰ্ষণ কৰিব পাৰে ৰাতি। মোৰ দেৱালত থকা ঘড়ীটোৰ যি অবিৰত টিক্ টিক্ শব্দত শ্ৰান্তি বিহীন অনাদি কালৰ ৰথৰ ঘোঁৰাৰ খুৰাৰ ধ্বনি শুনা যায়, তালৈ কাণ পৰে ৰাতিহে। শিয়ালৰ কৰ্কশ আৰাৱত মহা-কালৰ গণনাৰ ভাব আছে, সেইটো পৰিলক্ষিত হয় ৰাতি।

নৈৰ দুয়ো পাৰে বহি ৰাতিৰ ৰাতিটো চাকৈ-চকোৱা দুটিয়ে কিয় বিনাই থাকে? কেউৰাৰ বিকট আৰাৱে হিয়া কঁপাব; কিন্তু তাৰ মাজত এটা যেন বিননিৰ সুৰ সনা আছে — যেন সি বৰ কাতৰ দুখ।

বিয়াৰ উৎসৱ-বাজনা ৰাতি বাজি উঠিল বেছিকৈ। দুটি আত্মাৰ মিলন ঘটিল। তাৰ মাজত কি এক করুণ ৰহস্য আছে, কি এক গোপন অৰ্থ আছে—বুজি পায় ৰাতিয়েহে। সেই উৎসৱ-ৰাতিৰ যি সকল সাক্ষী মানুহ আছিল, সেই সকলো আঁতৰা-আঁতৰি হৈ যাব। স্মৃতি পাহৰণিৰ তলত

পৰিব। কিন্তু চিৰস্মৃতি বুকুত বান্ধি থাকিব অনন্ত ৰহস্যময়ী ৰাতিহে।

গধূলি ফুলবোৰ মৰহি যি ফুলনি উদং কৰিলে, তাক পুৰাতেই ভৰাই তুলিব লাগিব নতুন নতুন ফুলেৰে। সেই উদ্দেশ্যে বুকুত বান্ধি কলিবিলাকৰ বুকুৱে বুকুৱে ৰাতিয়ে কি জাগৰণী-মন্ত্ৰ দিলে! ক'ৰ পৰা আনি সাঁচি থলেহি সুৰভি-পৰাগৰাশি! এই ৰহস্য মাত্ৰ জানিলে আকাশৰ মৌন দৰ্শক তৰাবিলাকে—সেইবাবে সিহঁতে চকুৰ ঠাৰতে হাঁহিটি মাৰিলে। সেই হাঁহিয়ে হাঁহিয়ে কি সুৰ বাজি উঠিল, সি হয়তো কাৰো কাণত নপৰিল। কিন্তু চন্দ্ৰৰ তেনেটি হাঁহিৰ খলক শুনিয়েই মহাসাগৰৰ বুকুত থৌকি-বাথৌ লাগিল। মহাসাগৰৰ সেই ব্যাকুলতাৰ কল্লোল-গীতিক আৰু মহান কৰি তুলিলে নিশাই।

নিশাৰ বুকুত কি বীণ বাজে, অনন্তকালৰ বাটকৰা জোনে তাক বুজি পায়। সি মহামিলনৰ সুৰ, অনন্ত বিৰহৰ সুৰ,অসীম বেদনা, অসীম আনন্দৰ সানমিহলি পৰম ৰহস্যৰ সুৰ।

# নগ্ন সৌন্দৰ্য্য

নগ্ন সৌন্দৰ্য্য মানে ইয়াত সম্পূৰ্ণ নগ্নতাৰ কথাই কৈছোঁ। গাত মুঠেই কাপোৰ বা কোনো আভৰণ নথকাৰ যি শোভা। আজিকালি অতি সভ্যতাত এই সৌন্দৰ্য্যলৈ বহুতৰ আগ্ৰহ আছে। অৱশ্যে এসময়ত এডনিছে প্ৰকৃতি-কুঁৱৰীৰ এই নগ্ন সৌন্দৰ্য্য চোৱা কাৰণে অভিশাপ-গ্ৰস্ত হ'ব লগা হৈছিল। আজি যুগৰ পৰিৱৰ্ত্তনৰ লগত অভিশাপ পৰিৱৰ্ত্তনশীল হৈছেনেকি ?...

নগ্ন সৌন্দৰ্য্য মানেই পোণপটীয়া কামুকতা। কিন্তু সি সম্পূৰ্ণ সঁচানে ? শ্ৰীকৃষ্ণই এবাৰ বস্ত্ৰহৰণ কৰিছে, আন এবাৰ বস্ত্ৰদান কৰিছে। গোপিনীসকলে স্নান কৰোঁতে তেওঁ বস্ত্ৰ কিয় হৰণ কৰিছিল ? ধাৰ্ম্মিক আৰু দাৰ্শনিকসকলে তাৰ অৰ্থ উলিয়াই জন-সাধাৰণক কওক। কিন্তু তেৱেঁই দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰি নগ্নসৌন্দৰ্য্য চাব খোজা কৌৰৱ-সভাৰ মুখত কালিমা সানি কিয় বস্ত্ৰদান কৰিছিল ?

আজিকালি বিদেশী ( বহুত দেশীও ) কাগজ-পত্ৰ, চিনেমা, গল্প আদিত নগ্ন সৌন্দৰ্য্যৰ মহিমা-প্ৰচাৰ আৰু তাৰ দ্বাৰা অৰ্থলাভ দেখা যায়। আমাৰ মানুহবিলাকে সভ্যতাৰ এটা অঙ্গ বুলিয়েই নেকি, সেইবোৰ চায়, মনোযোগ দিয়ে তাত।

কবিৰ মতে "আধা-আধি চকুৰ আঁৰত" হলেহে সৌন্দৰ্য্য বেছি। আধা লুকুৱাই, আধা উদিয়াই ৰখা বুকুখনিৰ সৌন্দৰ্য্য বেছি লোভনীয়। কিন্তু সম্পূৰ্ণ নগ্নতাত সেই সৌন্দৰ্য্য নাই। সৌন্দৰ্য্য আৰু সত্যৰ সেয়ে পাৰ্থক্য। সৌন্দৰ্য্যই সত্যক দেখুৱাব, কিন্তু তাকে মোহনীয় কৰি। নগ্ন সত্যই হয় মানুহক উন্মাদ কৰিব, নহয় বিতৃষ্ণ কৰিব। ক'লা ডাৱৰৰ মাজত বিজুলী ক্ষণস্থায়ী কাৰণেই শোভা বেছি। সেউজীয়া বেটু পাতটোৰ মাজত থাকিলেই ফলটোক বেছি শুৱায়। শিলৰ বাধা পায় কাৰণেই নিজৰাৰ কলধ্বনি ইমান মধুৰ। গছ-পাতৰ বাধা পায় কাৰণেই বতাহৰ সোঁসোঁৱনী সঙ্গীতময়।

অসভ্যতাৰ পৰা মানুহ আঁতৰি আহি আঁৰকাপোৰ তৰিছিল পাৰ্থক্যৰ—সেই আঁৰকাপোৰেই গাৰ কাপোৰ। এই গাৰ কাপোৰ গুচাই দিলে আঁৰকাপোৰ আঁতৰি পাৰ্থক্য নাইকিয়া হয়। তেনেহলে সৌন্দৰ্য্য চাবৰ কাৰণে মানুহ অতীতলৈ ঘূৰি যাবনে কি? নে অতীতত মানুহৰ যি সৌন্দৰ্য্য-শলাগী প্ৰাণ আছিল, সেই প্ৰাণ আকৌ তাতহে বিচাৰি পোৱা যায়?

সন্ন্যাসী, যোগীবিলাক ঠিক কঠোৰ সত্যৰ দৰেই নগ্ন। ব্ৰতৰ আৰু মহা সাধনাৰ দৰেই দীপ্যমান তেজস্বী অগ্নিৰ ওচৰত তেওঁলোক বহে। ভাৰত এনেয়ে জহৰ দেশ। ইয়াত গৰমকালি কাপোৰ পিন্ধি বিলাস কৰাটো কষ্টসাধ্য। কাপোৰ এৰি "ত্যাগ" মন্ত্ৰ লৈ সেইবাবে উলঙ্গ সন্ন্যাসীৰ বেশে গছৰ

ছাঁয়াত, শীতল হিমালয়ৰ পাদদেশত ধ্যানত বহাই শান্তিৰ কাম। চাবলৈ গলে সেইটো ইচ্ছাকৃত। অথবা অতীজ ভাৰতত তেনেকুৱা কাপোৰেই উৎপন্ন নহৈছিল। কিন্তু বৰ্ত্তমান দিনত যেতিয়া কাপোৰ ধুনৰ প্ৰধান আহিলা হৈছে আৰু সভ্যতাৰ প্ৰধান আলম হৈছে ইয়াৰ মাজতো কাপোৰ পিন্ধিবলৈ নোপোৱা দুখীয়া খেতিয়ক আৰু বনুৱাবিলাকৰ নগ্নতাত সৌন্দৰ্য্য প্ৰভুসকলে দেখেনেকি?

এতিয়া দেখা গ'ল নগ্নতাই সৌন্দৰ্য্য নহয়। যাৰ গাত বছেৰেকৰ সৰহ দিনেই কাপোৰ নাই, তাৰ গাত এদিন এখন কাপোৰ পৰিলে সৌন্দৰ্য্য হয় আৰু যাৰ গাত দৈনিক দহোবাৰ কাপোৰৰ "পট পৰিবৰ্ত্তন", "ঋতু পৰিবৰ্ত্তন" ঘটে, তাৰ গাত হঠাতে ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে কাপোৰ নাথাকিলে সৌন্দৰ্য্য হয়! অঘটন এটা ঘটাত আকৰ্ষণ থাকে আকৰ্ষণত সৌন্দৰ্য্য। আকৰ্ষণে সৌন্দৰ্য্য কৰে, নে সৌন্দৰ্য্যই আকৰ্ষণ, কৰে ভাবি চাওক।

ইউৰোপৰ তিৰোতাই সাগৰৰ পাৰত, বলনাচত কাপোৰৰ সংখ্যা কমাই লয়। কাপোৰ কমাই থকাৰ সুখ তেওঁলোকৰ য'তে ত'তে যেতিয়াই তেতিয়াই মিলে। সেইবাবে তেওঁ-লোকৰ নগ্নতা বা নগ্ন-সৌন্দৰ্য্যত হয়তো সিমান আকৰ্ষণ নাই—অন্ততঃ তেওঁলোকৰ কাৰণে। কিন্তু আমাৰ দেশীয় তিৰোতা যেহি ভাগেই ঢাকনিৰ ভিতৰত। সেইবাবে আমাৰ তিৰোতাৰ নগ্নতাত আকৰ্ষণ আছে বুলি আমি ভাবোঁহক।

সি যি হওক, মানুহৰ মানুহ জাতিৰ এই লটি-ঘটি কৰোঁতা শনি কুগ্ৰহৰ আৱিৰ্ভাৱ যেতিয়া সপ্তাহৰ মুৰে মুৰে "বাৰৰ" দেৱতা হিছাপে হোৱা দেখা যায়, তেতিয়া তাৰ মূৰ্ত্তি সেই কুগ্ৰহ কুচক্ৰান্তকাৰীৰ মূৰ্ত্তিৰ লগত সমূলি মিল দেখা নাযায়। সি লৈ আহে অফিচৰ কেৰেণী-মহৰী, বাগিচাৰ বনুৱা, স্কুলৰ ছাত্ৰ-ছাত্ৰী সকলোলৈকে আনন্দৰ, শান্তিৰ উপঢৌকন। সি বিনয় ভাৱেৰে জাননী দিয়েহি এটা স্বস্তিৰ, জিৰণিৰ সোণ বৰণীয়া দেওবাৰৰ। দৈনিক কৰ্ম্মীসকলক জীৱনটো চিনিবলৈ, অলপ মুকলি আকাশৰ তলত থিয় হৈ পৃথিবীখনৰ কথা ভাবিবলৈ সুযোগ দিয়েহি শনিবাৰে। সেইবাবে শনিবাৰক নাম দিছে "সোণৰ শনিবাৰ।" এই "শনিক" সকলোৱে ভাল পায়, তাৰ আগমনি সকলোৱে আগ্ৰহেৰে বাটচায়।

যুগ-পৰিৱৰ্ত্তনৰ লগত তেনেহলে শনিয়েও নিজৰ প্ৰকৃতি আৰু ৰূপ সলনি কৰিলেনেকি?

তথাপি এই শনিক ভয় কৰোঁতা মানুহ এতিয়াও পৃথিবীত নাইকিয়া হোৱা নাই। এই শনিবাৰ আৰু লগতে মঙ্গলবাৰকো ভূত-পিশাচৰ বাৰ বুলি গাৱঁৰ মানুহে ভয় কৰে। লৰা-ছোৱালীক এই দুটা বাৰত আমতলে-বাঁহতলে ঘূৰি ফুৰিবলৈ নিদিয়ে—ভূত-পিশাচে পায় বুলি। বিশেষকৈ তিৰোতাবিলাকৰ কথাই নকওঁ, এনে শনিবাৰৰ ৰাতি আঁউসী পৰিলেতো কথাই নাই। বুকু-ডাঠ পুৰুষবো বহুতে বাজি হৈছি সময় হলে বাহিৰলৈ ওলাবলৈ সাহ নকৰে।

গাঁও আৰু নগৰৰ বিশেষ পাৰ্থক্য আছে এতিয়াও, বিশেষকৈ অসমত। যি শনিবাৰ নগৰত সোণৰ, সি গাঁৱত সোণৰ নহয়। নগৰত সি আমোদৰ, গাঁৱত সি ভয়ৰ। অৱশ্যে নগৰতো এনে মানুহ আছে, যি শনিবাৰে অমঙ্গলীয়া দিন বুলি দাঢ়ি নুখুৰায়, চুলি নাকাটে, চাবুন দি গা নোধোৱে, কোনো ফালে 'শুভ-যাত্ৰা' নকৰে। সৌৰজগতৰ পৃথিবীৰ পৰা বহুত দূৰৰ আকাশত থকা, টিপু চুলতানৰ মূৰৰ টুপীটোৰ দৰে আঙঠী পিন্ধা শনি গ্ৰহটোৱে চাগৈ এইবোৰ দেখি মিচিকিয়াই হাঁহে!

# বিশিষ্টতা

সামাজিক ব্যক্তিৰ (Person) ব্যক্তিত্ব এটা ভিতৰৰ কথা। ব্যক্তিৰ বিশিষ্টতাও প্ৰকৃততে সেয়েই। ই বাহিৰত কাৰ্য্য-আচৰণৰ মাজত সাধাৰণতে ব্যক্ত হয়। লেখকৰ লেখাৰ মাজত, গায়কৰ গোৱাৰ মাজত ইত্যাদি। যাৰ যেনে ব্যক্তিত্ব তাৰ তেনে ৰীতি ( Personality is the style )। কিন্তু এই ষ্টাইল বা ৰীতি কথাটো বহুতে ফেছ্যন (fashion)ৰ লগত মিহলি কৰি দেখে। ই শুদ্ধ নহয়। ফেছ্যনে বাহিৰৰ হব পাৰে আৰু এই ফেছ্যনৰ বিশিষ্টতাতেই বহুতে ব্যক্তিত্ব

আৰোপ কৰিব খোজে। ইও শুদ্ধ নহয়। প্ৰকৃত বিশিষ্টতা ব্যক্তিত্বত, আৰু ব্যক্তিত্ব যেতিয়া ভিতৰৰ, প্ৰকৃত বিশিষ্টতাও ভিতৰৰহে। সেই কাৰণে ফেছ্যনৰ বিশিষ্টতাত কাৰোবাৰ ব্যক্তিত্ব আছে বুলিলে শুদ্ধ কোৱা কেনেকৈ হ'ব?

এই কথা বুজাৰ বেমেজালিত সাধাৰণ মানুহৰ কথা নালাগে ভাল ভাল লোকৰো ভ্ৰম হোৱা দেখা যায় যায়। অনেক কবিয়ে নিজৰ বিশিষ্টতা তেওঁৰ কাব্যৰ ওপৰত নদৰ্শাই তেওঁৰ দীঘলীয়া চুলি, দাড়ি বা সুকীয়া ধৰণৰ সাজ-পাৰৰ মাজত দেখুৱাবলৈ প্ৰযত্ন কৰে। সেইদৰে তথাকথিত অনেক "আৰ্টিষ্টে" তেওঁলোকৰ বিশিষ্টতা বাহ্যিকতাত দেখুৱাইয়ে ক্ষান্ত থাকে। কিন্তু প্ৰকৃত কবিৰ, গুণীৰ স্বভাৱ আত্মগোপন। এই কথা অনেকে পাহাৰি যায় আৰু সৰ্ব্ব সাধাৰণ "ছমজদাৰ" সকলো কাউৰীৰ ম'ৰাছালিত ভোল যায়। এনে ধৰণেই অনেকে চাৰ্চ্চিলৰ চিগাৰেটত, চেম্বাৰলেনৰ ছাতিত, গান্ধীজীৰ লাখুটিত, জৱাহৰলালৰ কোট বা টুপীত, ৰাজাজীৰ চচ্‌মাত, ৰবীন্দ্ৰনাথৰ দাড়ি আৰু চুলিত, ৰাধাকৃষ্ণণৰ পাগুৰিত, পাণিক্কৰৰ থুতৰিত, ৰোহিণী চৌধুৰীৰ এঠেং চুটি ধুতীত,... ইত্যাদি...বিশিষ্টতা লক্ষ্য কৰে।

মোৰ অভিজ্ঞতাৰ periscopeৰ সন্মুখত পৰা দুই-এটা উদাহৰণ দিওঁ। এজন "বিশেষ" ব্যক্তিক মই দেখিছোঁ, তেওঁ কেতিয়াও জোতা নিপিন্ধে। গান্ধীজীৰ আদৰ্শ আন কথা, ডাকনা বা ব্যৱহাৰত তেওঁ কিমান খটুৱায় তাৰ বিশেষ

প্ৰমাণ হলে মই কেতিয়াও পোৱা নাই। সেইদৰে মৌখিক অমায়িকতাও অনেক সময়ত সন্দেহৰ স্থল আৰু তাৰ ভিতৰত যদি "কাঁইটীয়া বন" থাকে, তেন্তে সেই অমায়িকতাও নিৰৰ্থক বুলি নিসন্দেহে ক'ব পাৰি। কোনো এটা বিশেষ ৰাজনৈতিক দলৰ অনুৰাগীসকলক অনেক সময়ত আঁঠুৰ তলৈকে পৰা দীঘল পঞ্জাবী চোলা পিন্ধা দেখা যায়। ইও ওপৰত কোৱা ধৰণৰে এক "বিশিষ্টতা"। আজিকালি ডেকা তৰপৰ ভিতৰত বিশিষ্টতা ৰক্ষা কৰিবৰ একোটা সাংঘাতিক স্পৃহা হোৱা দেখা যায়। মই আলিয়ে-পদূলিয়ে যিবিলাক "নৱযুৱক" লক্ষ্য কৰোঁ তেওঁলোকৰ সৰহ ভাগৰে গাত বিশিষ্টতাৰ প্ৰতি এটা ধাউতি দেখা পাওঁ। এইটো মোৰ দুৰ্ণাম ৰটনা নহয়, সাধাৰণ সমালোচনাহে ( Fair criticism)।

সাহিত্যৰ বজাৰতো বিশিষ্টতাৰ 'চাল' আছে। কোনো কোনোৰ ধাৰণা যে প্ৰগতিশীল কবিতা লিখিব লাগিলে বিশেষ ধৰণ বা method কিছুমান প্ৰদৰ্শন কৰিবই লাগিব! কাৰণ এই লেখকসকল কেতিয়াও ৰক্ষণশীল নহয়। তেওঁলোকৰ বিশিষ্টতা ৰক্ষণশীলতাৰ পৰা নিজক সুকীয়াকৈ দেখুৱাটোৱেই।

নাৰীসমাজত সাজ-সজ্জা-প্ৰসাধনৰ মাজত সদায় এটা নীৰৱ বিপ্লৱ জাগি থকা যেন লাগে। প্ৰতি গৰাকী যুৱতীয়ে হয়তো এনে ধৰণে নিজকে সজাই তুলিবলৈ বিচাৰে যাতে তেওঁক আইন সকলো যুৱতীতকৈ কিবা এক সুকীয়া যেন

দেখায়। "অইনতকৈ মই বেলেগ"—এই ভাবটোৱেই বিশিষ্ট-তাৰ জননী। যদিও সাধাৰণতে কৈ থকা হয় যে পৃথিবীৰ মানৱজাতি এক, তথাপি বিশিষ্টতা ৰক্ষাৰ এটা "গৰম তেজৰ সোঁত" পৃথিবীৰ সপ্তদ্বীপৰ দাঁতিয়েদি সদায় বৈ থাকিব লাগিছে।

এই খিনিতে সেই কাৰণে এটা 'ভাল' বঙালী গীত গাবৰ মন গল:—

"জগতে জন্মে যত তৰকাৰী আছে
তাৰ মাঝে সেৰা ওল।
মাটিৰ তলায় গজায় তাহাৰা
কেহ বা লম্বা কেহ বা গোল॥"

তৰকাৰীৰ মাজত ওল যিদৰে সেৰা বা শ্ৰেষ্ঠ, জগতৰ সৃষ্টিসমূহৰ মাজতো সেইদৰে মানুহ শ্ৰেষ্ঠ। ওল কোনোটো লম্বা কোনোটো গোল, মানুহৰ সেইদৰে সুকীয়া সুকীয়া ৰূপ বা বিশিষ্টতা। কিন্তু তৰকাৰী যেতিয়া 'ভাজি' হৈ উঠে তেতিয়া সিহঁতৰ গোল বা লম্বা গুণ নাইকিয়া হৈ যায়; মানুহবো "শেষ দশা সবাৰে সমান।" এই মাজৰ ছোৱাতেই যত গণ্ডগোল-হৈ চৈ।

আপুনি বিয়া বা শৰাধৰ চিঠি এখন ছপালে, সেইখন যাতে "অইন"ৰ নিচিনা নহয় তাৰ কাৰণে চেষ্টা কৰিব। কথা আটাইবিলাক লিখিলে ভালনে মাত্ৰ একে লাইনৰ ভিতৰতে "পঁচিশ বহাগত মোৰ বিয়া—আহিব।" এই ধৰণে ভাল তাক চিন্তা কৰিব। বিয়াৰ 'গেট' সাজিবৰ পাল পৰিল

কেইজনমান চুবুৰীয়া ডেকাৰ ওপৰত, তেওঁলোকৰ মগজুৰ অনুশীলন হ'ব কেনেকৈ গেটখন "অইনে" কৰা ধৰণতকৈ অলপ বেলেগ হয়। কোনোবাই নিজৰ ড্ৰইং ৰুম সজাইছে তাত কেনেকৈ এটা বিশিষ্টতা ৰাখিব পাৰিব—এই চিন্তাত তেওঁৰ ইলিচ মাছ হজম। কোনোবাই ভেৰাইটি শ্ব" এটা পাতিছে, তাত কি কি 'বিশেষ' অনুষ্ঠান থাকিব, তাৰ চিন্তাত উদ্যোগকাৰীসকলৰ মুৰৰ কামোৰণি। এইবাৰ অমুক ক্লাব বা সঙ্ঘৰ যিজন ছেক্ৰেটৰী হৈছে তেওঁ নতুন নতুন কি কি কাম কৰি তেওঁৰ বিশিষ্টতা থাপি থৈ যাব এয়ে ভাবনা। মই নতুন কিতাপ এখন ছপাইছোঁ—তাৰ ওপৰত এটা ব্লক থাকিব লাগিব আৰু সি অইনৰ কিতাপতকৈ সুকীয়া হ'ব লাগিব। মোৰ নাম-চহীটো কেনেকৈ পকাই লিখিম, আগত 'শ্ৰী' দিমনে নিদিম—এইবোৰ দুৰ্ভাবনা—লাগিলে কিতাপৰ ভিতৰৰ বস্তু (matter) যিয়েই নাথাকক! ইত্যাদি "বিশিষ্টতা"ৰ আয়োজন সৰ্ব্বত্ৰ-সৰ্ব্বদা চলিছে।

আপুনি কোনো সভাৰ বক্তা, আপোনাক দুই-তিনি-জনৰ পাছত বক্তৃতা দিবলৈ দিছে, আপুনি চেষ্টা কৰিব কেনেকৈ আপোনাৰ বক্তৃতা আগৰ তিনিজনতকৈ সুকীয়া হয়। আপোনাক সভাপতি পাতিছে, আপুনি চাব আপোনাৰ সভাপতিত্ব যাতে অইনৰ সভাপতিত্বতকৈ সুকীয়া হয় নাইবা সেই সভাৰে নিৰ্দ্দিষ্ট বক্তাৰ বক্তৃতাতকৈ আপোনাৰ ভাষণ 'বিশেষ' ধৰণৰ হয়। যোৰহাটৰ মানুহে গুৱাহাটীতকৈ,

ভেঙ্গপুৰৰ মানুহে হৰপেটাৰ মানুহতকৈ অলপ সুকীয়া হবলৈ যত্ন কৰে। ছিলঙত থকা কোনো অসমীয়া ডেকাই সদায় ইংৰাজী ভাষাতেই কথাবাৰ্ত্তা চলায়, তেওঁলোকৰ মুখত অসমীয়া উচ্চাৰণ অলপ সুকীয়া হোৱা উচিত। [ এজন অসমীয়া ছাত্ৰৰ পৰীক্ষাত 'মাতৃভাষা' আছিল হিন্দী, তেওঁ বোলে ফেইল মাৰিলে হিন্দীতে ! ] এজন যোৰহটীয়া বহুতদিনৰ মূৰত যোৰহাটলৈ ঘূৰি আহিছে তেওঁ চাব যাতে তেওঁক আন যোৰহটীয়াৰ দৰে নেদেখায়। পণ্ডিত "গৱেষণাকাৰী" সকলৰ ভিতৰত যদি এজনে কয় যে দুয়ে একে তিনি, তেন্তে আন এজনে হয়তো সুকীয়াকৈ ক'ব, নহয়, একে দুয়েহে তিনি ! এইদৰে বিশিষ্টতা ৰক্ষিত হব। আকৌ মানুহৰ বিশ্বাসবো তেনে কথাই। কোনোবাই ক'ব যাত্ৰাৰ সময়ত ভৰাপানীৰ পাত্ৰ দেখিলে শুভ, আন এজনে "সুকীয়াকৈ" ক'ব, নহয়, খালি পাত্ৰ দেখিলেহে শুভ। চিন্তাশীলসকলৰো "বিশিষ্ট" মত লৈ পাৰ্থক্য আছে। এজনে যদি কয় আমি দিনে দিনে মৃত্যুৰ ফালেহে আগবাঢ়িছোঁ, আন এজনে ক'ব, নহয়, আমি দিনে দিনে পৰিপূৰ্ণতাৰ ফালে খোজ বঢ়াইছোঁ। সেই কাৰণেই এনেকুৱা দোধোৰমোৰ অৱস্থাতে পৰি হয়তো নাৰদে এবাৰ কৈছিল—"আৰাধিতো যদি হৰিস্তপসা ততঃ কিম্ ! নাৰাধিতো যদি হৰিস্তপসা ততঃ কিম্ !! ( ঈশ্বৰক আৰাধিলেনো কি, নাৰাধিলেনো কি ? "To be or not to be" চিন্তা সেই ধৰণে শ্বেক্সপীয়েৰে হেমলেটৰ মুখেৰে কৰাইছে।

গীতাত সেইবাবে ভগবানে নিজে কৈ পেলালে—"সৰ্ব্বকৰ্ম্ম পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।" ইয়াত আৰু বিশিষ্টতাও নাই, দ্বন্দ্বভাবও নাই। এইটোৱেই হয়তো শেষ উত্তৰ। কিন্তু বুদ্ধই আকৌ কয় কি? কোন মহাশূন্যত তেওঁ বিলীন হৈ যাবলৈ বিচাৰে? ত'ত আত্মা নাই, পৰমাত্মা নাই, জীৱ নাই জগত নাই। আদি অন্ত নাই, অনাদি অনন্তও নাই। যতান ডুৱৰাৰ পখিলাৰ দৰে সেইবাবে আমি "পাখিত পোহৰ সানি" জগতত থকা দিন কেইটাত উৰি ফুৰোঁ আহক—বিশিষ্টতাৰ আত্মম্ভৰিতা আমাক নালাগে, "আমি গাওঁ পোহৰৰ গান!!"

# শগুণৰ শাও

ইও এটা চৰাই; অথচ ইয়াৰ খ্যাতি নাই কুলিৰ দৰে সুৰময় কণ্ঠৰ কাৰণে, যশস্যা নাই ম'ৰা-ভাটৌ-সাথিয়তীৰ দৰে ৰঙ্গময় ৰূপৰ কাৰণে, অথবা গৌৰৱ নাই কাউৰীৰ চতুৰতা, চিলনীৰ তৎপৰতা, কণামুচৰীৰ ধ্যান আৰু ধৈৰ্য্য, কেঁচাৰ আন্ধাৰত দেখিব পৰা দৃষ্টি শক্তি এইবিলাকৰ।

ই কিয় সকলোৰে পৰা আঁতৰত?

বিহগী-কবিৰ দৃষ্টিৰ পৰা ইমান দূৰত কিয় ই আঁতাৰ থাকিল? স্কাইলাৰ্কৰ দৰে ইও বহুত ওখলৈ—আৰু ওখলৈ উঠি যায়, আৰু পাখি বতাহত হেলাৰঙে এৰি দি স্কাইলাৰ্কৰ দৰেই "স্কৰ্ণাৰ অৱ্ দি গ্ৰাউণ্ড" অৰ্থাৎ পৃথিবীৰ বিদ্ৰূপক যেন হৈ পৰে। অথচ ইয়াৰ প্ৰসংশা নাই।

ই কি অপৰাধ কৰিলে? জীৱনৰ লগত ইয়াৰ যেন সম্বন্ধই নাই। জীৱিত প্ৰাণীৰ লগত তাৰ কোনো সখিত্ব নাই। কেৱল মৰা—মৰা—মৰা,—মৰাৰ পাছত প্ৰাণীৰ লগত অৰ্থাৎ প্ৰাণীৰ মৰাদেহৰ লগত তাৰ ইমান ঘনিষ্ঠতা! মৃত-দেহৰ বাহিৰে তাৰ ভোগ্য আহাৰও আৰু একো নাইনেকি? কিয় পৃথিবীয়ে তাক সকলোৰে পৰা বঞ্চিত কৰিলে?

"শগুণৰ শাৱত বুঢ়া গৰু মৰে" বুলি এক বিদ্ৰূপ-বাণী আছে। প্ৰকৃততে তাৰ শাৱত বুঢ়া গৰু মৰেনে নমৰে এই কথা আমি নাজানো। কিন্তু মৃত দেহৰ লগত তাৰ ইমান নিবিড় সম্বন্ধ যেতিয়াই আছে, তেতিয়া সি মৃতদেহৰ আৰু মৃত হওঁ হওঁ হোৱা দেহসমূহৰ লক্ষণ সমুদায় তন্ন তন্নকৈ জানে। সেইবাবে সি কাৰবাৰ দেহালৈ চাই যদি কয়— "তই দুদিনৰ পাছতে মৰিবি'—তেন্তে তাৰ মৰণ দুদিনৰ পাছত হোৱাটো খুব সম্ভৱ নহয় জানো? পৃথিবীৰ জীৱিত প্ৰাণী সকলৰ শেষ মুহূৰ্ত্তৰ কথা হয়তো সি জানে। এটি দুটি প্ৰাণীৰে নহয়, সমগ্ৰ জীৱিত ৰাজ্যৰ শেষ দশা বা ক্ৰম-গমন লক্ষ্য কৰিবৰ কাৰণে সি পৃথিবীৰ পৰা বহুত

দূৰলৈ আকাশৰ বুকুলৈ উৰি যায়। আৰু কেতিয়াবা কাৰোবাৰ মৃতদেহ ঘৰৰ বাহিৰ কৰি অনা দেখিলেই তাৰ দৃষ্টিৰ সত্যতাৰ আনন্দত চোঁ মাৰি নামি আহে।

পুৰণি পুথিত 'জটায়ু', 'গৰুড়' আদি ডাঙৰ ডাঙৰ চৰাইৰ নাম আছে। আৰবৰ সাধুত 'ৰক' চৰাইৰ আশ্চৰ্য্য বিৱৰণ আছে। আমাৰ সংস্কৃত পঞ্চতন্ত্ৰতো বুঢ়া শগুণৰ এটা দুটা গল্প আছে। উট পথা আমাৰ ইয়াত নাই। ম'ৰাৰ সংখ্যাও কম। শগুণৰ শাৰীৰ ডাঙৰ চৰাইৰ ভিতৰত বৰ-টোকোলা, শামুকভঙা আছে। কিছুমান ডাঙৰ চৰাই অলপ দিনৰ আগলৈকে আছিল, বৰ্ত্তমান সেইবিলাক লোপ পাই আহিছে।

ডাঙৰ চৰাইবিলাকৰ সংখ্যা ক্ৰমশঃ কমি আহিছে। কিন্তু টুনী চৰাইৰ জাক কমা নাই। অথবা মানুহে মাংসৰ লোভত চিকাৰ নকৰা চৰাইবিলাকৰ সংখ্যাও অটুটেই ৰৈছে। কাউৰীৰ সংখ্যাও আগতকৈ কমিছে বুলি শুনা যায়। কিন্তু দুৰ্ভিক্ষ হলেই,' যুদ্ধত মৃত্যু-সংখ্যা বেছি হলেই কাউৰীৰ প্ৰাচুৰ্য্যই দেখা দিয়ে। শগুণো সেইদৰে সংখ্যা-বৃদ্ধ হোৱা সময়ে সময়ে দেখা যায়।

কিন্তু পৃথিৱীত যদি মৃত্যু-সংখ্যা একেবাৰে কমি যায়, তেন্তে শগুণবিলাক আৰু ক'ত থাকিব? পৃথিৱী মৰ্ত্ত্য, ই মৃত্যু-পুৰী! শগুণ যিমান দিনলৈকে থাকিব, সিমান দিনলৈকে পৃথিৱীত মৃত্যুও থাকিব। মানুহে নৰবিধৰ কাৰণে চেষ্টা

আকাশে। কিছুমানৰ উৎসুকতা সিমানতে শেষ হয়, কিন্তু কিছুমানৰ গোটেই জীৱন জুৰি এই বিশ্বাস থাকি যায়। তেওঁলোকেও জানো শেষত তাৰ উত্তৰ পাইছে?

আকাশৰ বৰণো নাই। নীলা বৰণটো এক মায়া। মেঘে সূৰ্য্যৰ পোহৰ আৰু জোনৰ কিৰণ লৈ নানা ধৰণৰ চিত্ৰ আঁকিবলৈ যত্ন কৰে আকাশত। তৰা-সূৰ্য্য-চন্দ্ৰয়ো অপৰিসীম যত্ন কৰে জগতক পোহৰাই ৰাখিবলৈ যে আকাশ-খন সচাঁকৈয়ে শূন্যহে।

## জোনাক

সূৰ্য্যৰ পোহৰক প্ৰতিফলিত কৰিছে চন্দ্ৰই। চন্দ্ৰৰ নিজা বস্তু তাত একো নাই। কিন্তু সচাঁকৈয়ে একো নাই নে?

সূৰ্য্যৰ প্ৰখৰ ৰশ্মিক কিমান কোমল কৰিলে, কিমান মোহনীয়, কমনীয় কৰিলে চন্দ্ৰই! এই মধুৰ পৰিৱৰ্ত্তনত চন্দ্ৰৰ কৃতিত্ব জানো নাই?

প্ৰেমিক-প্ৰেমিকাই বা পৃথিবীক ভালপোৱা কোনো মানুহেই চন্দ্ৰক এৰি জোনাকৰ কাৰণে পোনে পোনে সূৰ্য্যক প্ৰশংসা নকৰে। ই চন্দ্ৰৰ মায়া।

বস্তুবাদীসকলৰ কাৰণে হয়তো জোনাকৰ কোনো প্ৰয়োজন নাই। মাত্ৰ ভেটফুলপাহ নীৰৱে ফুলে। কেঁচাই অমঙ্গলীয়া 'নিউ নিউ' নামাতি ৰঙত উকলি-ধ্বনি দিয়ে। প্ৰেমিক-প্ৰেমিকাৰ চকুত টোপনি নানামে এই মধুৰ জোনাকলৈ চাই চাই। মাধৱীলতাই সুৰভিৰে বতাহক উতলা কৰি আমগছক বাহুৰে বন্দী কৰি ৰাখে জোনাকত উৎফুল্ল হৈ। হাচনাহানা, ৰজনীগন্ধাই কোনেও নজনাকৈ জোনাকৰ অংশ অপহৰণ কৰি ৰজনী জাগৰণ কৰে।

ৰাতিক ৰূপ দিলে জোনাকে। আন্ধাৰৰ কলীয়া অৱগুণ্ঠন আঁতৰাই মাধৱী যামিনীৰ শুভ্ৰ মুখ-মাধুৰী জগাই তোলে জোনাকে। জোনাকী পৰুৱাবিলাকৰ পৰিশ্ৰম কৰে দূৰ।

## হে সমুদ্ৰ !

হে সমুদ্ৰ, তোমাৰ পাৰ নাই। তোমাৰ উঠা নমাৰ অন্ত নাই। তোমাৰ অগম্য গৰ্ভত কত কিযে আছে তাক জানিবৰ সম্পূৰ্ণ উপায় নাই।

শুনিছোঁ, তুমি হেনো পৃথিবীৰ মাক। আমাৰ মানুহে তোমাক লৈ কত কল্পনা কৰিছে! আমাৰ পুৰণি পুথিত

তোমাৰ বিষয়ে কত কাহিনী আছে! এবাৰ হেনো তোমাক মন্থন কৰিছিল দেবাসুৰে মিলি. কতযে সম্পদ তোমাৰ বুকুৰ পৰা উদ্ধৰ হ'ল! সেই সম্পদেৰে স্বৰ্গৰ ফুলনি আমোলমোলাই আছিল, পৃথিবীও হৈছিল বসুন্ধৰা।

কোনো কবিৰ কবিতাত তুমি ভয়ঙ্কৰাও হৈছা। মানুহৰ পুতলা-ঘৰৰ দৰে গৌৰৱৰ সভ্যতাক তুমি ভাঙি তোমাৰ কোলাত ঠাই দিছা।

এই যে ৰাতিদিন তোমাৰ অসীম কল্লোল উঠিছে, সি কি? তাৰ অৰ্থ কোনে ক'ব পাৰে? সকলো নৈয়েই পৰিছেগৈ তোমাতে। তুমি কি সকলোৰে শেষ লক্ষ্য? অসীম আকাশৰো শেষ হোৱা দেখা যায় তোমাৰ বুকুতে। দিগন্ত তোমাৰ বিষুবৰেখা। জীৱনৰ শেষত মৃত্যু-ঘণ্টাধ্বনিৰ দৰেই তোমাৰ বুকুত সকলো শেষ হোৱাৰ, এই কল্লোলত, কিবা বাদ্যধ্বনি হৈছেনেকি?

# দুখ

দুখ প্ৰত্যেকৰে আছে, আৰু স্ব স্ব দুখ নিজে নিজেহে উপলব্ধি কৰে আৰু সেই দুখ আঁতৰাবলৈ কৰা চেষ্টাত দুখিত হয় নাইবা আনৰ সুখৰ লগত নিজৰ দুখক তুলনা কৰি সেই দুখক ঘনীভূত কৰে।

কিন্তু যিবিলাকে আনৰ দুখ অনুভৱ কৰে আৰু সেই আনৰ দুখ আঁতৰাবলৈ যত্ন কৰি থাকে, তেওঁলোকৰ দুখৰ তুলনা নাই। যি নিজৰ সুখ-দুখলৈ নাচাই আনৰ সুখ হ'বৰ চিন্তা আৰু চেষ্টা কৰে, তেওঁলোকৰ দুখৰ অন্ত নাই। স্বদেশৰ উন্নতিৰ হকে ভৰা, বিশ্বৰ কল্যাণৰ কাৰণে চেষ্টা কৰা সকলৰ অন্তৰত দুখৰ সাগৰ আছে। কিন্তু এই দুখ আটাইতকৈ গভীৰ আৰু অসীম হলেও, তাত বুজিব নোৱাৰা আনন্দৰ নীলাবৰণ এটি সনা আছে। এই আনন্দক যি দেখা পায়, যি স্পৰ্শ কৰে, তাৰ চকুত চকুলো বাগৰে।

# ডাকঘৰ

তাজমহলৰ বিপৰীত ঘৰটোৱেই হ'ল ডাকঘৰ। তাজ-মহলে দুজনৰ চিৰবিচ্ছেদ স্মৰণ কৰাই দিয়ে, ডাকঘৰে দুজনৰ যোগাযোগ-সংযোগ ঘোষণা কৰে। ডাকঘৰে দুজনৰ মাজত থিয় হৈ চিত্ৰলেখাৰ দৰে কাম কৰিছে। দুজনৰ মাজৰ সামান্য দূৰত্বও গুচাই দিছে। দৈহিকভাৱে অতি ওচৰ হৈ থাকিলেও লগ হ'ব নোৱাৰা দুটা মনক ঘনিষ্ঠ কৰি তুলিছে। তাজমহলে যিদৰে মৃত্যুৰ হিম-শীতলতাৰ কথা ঘোষণা কৰে, তাৰ বিপৰীতে, ডাকঘৰে জীৱনৰ জীয়া তেজৰ সোঁতটো দেখুৱাই দিয়ে।

মৰা মানুহে চিঠি নিদিয়ে। মৰা মানুহ আৰু মৰা মানুহৰ মাজত নাইবা জীয়া মানুহ আৰু মৰা মানুহৰ মাজত চিঠিৰ যোগাযোগ নাই। আকৌ যিজন মোৰ মনৰ পৰা মৰিল (যদিও ক'ৰবাত জীয়াই আছে) তেওঁৰ লগতো মোৰ চিঠিৰ আদান-প্ৰদান নহয়। ডাকঘৰে অতি জীয়া জীৱনৰ বাতৰি দিয়ে। ডাকঘৰ বৈ থাকে, কিন্তু তাৰ বোৱা অৱস্থা-টোক ঘড়ীৰ লগত মিলাব পাৰি। কিন্তু ডাকঘৰ জানো প্ৰকৃততেই বৈ থাকে? ডাকঘৰৰ অসাৰ দেহাটোৰ কথা কোৱা নাই। ডাকঘৰৰ প্ৰাণ বিশ্বময় হৈ বিয়পি ফুৰিছে। যতে আছে মানুহ ত'লৈকে গৈছে ডাকঘৰ। অক্টোপাছৰ দৰে

দীঘল বাহু মেলি ই যেন গোটেই ভূমণ্ডলটোকে সাৱটি ধৰিব খুজিছে। চুমাটোক ডাকঘৰৰ চিঠিৰ ওপৰত মৰা ছাপটোৰ লগত মিলোৱাহয় ('Seal of love')। এটা প্ৰাণৰ ভাবখিনিৰ ওপৰত ডাকঘৰৰ মৰমৰ চুমাৰ ছাপ পৰে— তাৰ পাছতহে সেই ভাব আনজনৰ অন্তৰত সোমাইগৈ এই বিশ্বপ্ৰেম ডাকঘৰৰ। তথাপি ডাকঘৰৰ চুমাৰ পৰশ মানুহে পাহৰি যায়। প্ৰেমিকাই ভয় নকৰে তেওঁৰ ভাবৰ ওপৰত ডাকঘৰৰ চুমা পৰিব বুলি, আৰু আনহাতে প্ৰেমিক-জনেও ঘিণ নকৰে প্ৰেমিকাৰ সেই ভাবখিনিৰ ওপৰত আনৰ চুমাৰ পৰশ লাগি আছিছে বুলি।

ডাকঘৰ সকলোৰে আশ্ৰয় হৈছে যদিও কাকো সি সৰহ সময় আলহী থুৱাব নোৱাৰে। কাকো খন্তেকতকৈ বেছি বুকুত সাৱটি ধৰিব নোৱাৰে। সি সকলোকে পায় অথচ নাপায়। আজিলৈকে কত অতিথি তাৰ ঘৰত আহি সোমাল, কিন্তু কেইজন তাৰ আপোন হৈ বৈ গ'ল? কত দূৰৰ পৰা ভাগৰি-জুগৰি অহাজনক সি আশ্ৰয় দি গন্তব্যস্থান দেখুৱাই দিয়ে, কিন্তু কাৰো ওপৰত সামান্য চেনেহৰ দাবীও কৰিব নোৱাৰে। এই তোৰণেদি সকলো সোমাই আহিছে আৰু এই তোৰণেদি সকলো ওলাই গৈছে, কিন্তু কোনেও তোৰণক নিজা ঘৰ বুলি, আশ্ৰয় বুলি চেনেহেৰে ধৰা নাই। বাটৰ দুৱৰী হৈ তোৰণে সকলোৰে মুৰৰ ওপৰত আশীৰ্বাদৰ মুকলি হাত মেলি শুভ-যাত্ৰা কামনা কৰি দিছে। বিয়োৰ্গৰ

হাত-ভৰি-মূৰ-মগজু নাই—সেইবোৰক মৃতচিঠিৰ কাৰ্য্যালয়ৰ (D.L.O.) বাহিৰে আৰু ক'লৈ পঠাব ? এই আশীৰ্ব্বাদৰ শক্তিত শক্তিমান হৈ মানুহৰ ভাবে বিশ্ব ভ্ৰমণ কৰিছে, যদিও সকলো মানুহে দৈহিকভাৱে সেই ভ্ৰমণৰ শক্তি সামৰ্থ্য পাব পৰা নাই। কত নৈ-সাগৰ, পৰ্ব্বত-মৰুভূমি পাৰ হৈ গৈছে মানুহৰ ভাব—নানান ভৌগোলিক, সাংস্কৃতিক, ভাষাগত, ধৰ্ম্মগত, ৰাজনৈতিক লো-হেঙাৰ অতিক্ৰম কৰি। মৰুভূমিৰ মৰীচিকাৰ মাজত সি নিজকে হেৰুৱাই পেলাবলগীয়া হোৱা নাই, নানান ৰং ৰং ছহৰৰ উজ্জ্বল শোভা চাই ভেলেঙীৰ দৰে বৈ যোৱা নাই, জাৰৰ ৰাজ্যলৈ এস্কিমোৰ দৰে নোমৰ কাপোৰ পিন্ধি বিছাটোৰ নিচিনা হৈ যাবলগীয়া হোৱা নাই। বগাৰ সাম্ৰাজ্যলৈ যাবলৈ তাৰ হীনাত্মিকা-সংকোচ (Inferiority) নাইবা ক'লাৰ দেশলৈ যাবলৈ নাক কোঁচ-খোৱা ঘৃণা জগা নাই। ধনীৰ ভোজ-সভাত নাইবা দৰিদ্ৰৰ ভগা কুটীৰত অবাধে প্ৰৱেশ কৰিছে সি। ৰৰছাহাবৰ দপ্তৰলৈ সোমাবলৈ দাৰোৱানে বাট এৰি নিদিয়ে, কত ভাব-ভেটীৰ দৰকাৰ। কিন্তু মিঠাইৰ পাচিত শিৱাজী সোমাই কাৰাগাৰ অতিক্ৰম কৰাদি ডাকঘৰৰ মন্ত্ৰবলত মোৰ ভাৱটো দুৰ্গম পুৰীতো প্ৰৱেশ কৰিবগৈ। প্ৰেয়সীৰ দুৱাৰত থিয় দিবলৈও উজ্জ্বল সাজপাৰ, হাতত উপহাৰৰ টোপোলা নাইবা ফুলৰ থোপাৰ প্ৰয়োজন ; কিন্তু মোৰ ভাবক ডাকঘৰে অতি সহজে নি প্ৰিয়াৰ কোলাত পেলাই দিবগৈ পাৰে। হয়তো আৰু

দেখাৰ ভয়ত প্ৰিয়াই হৰিণ-সম কোমল বুকুৰ মাজতহে তাক ঠাই দিব! ভাবৰ কি স্বৰ্গলাভ! সাহহীনৰ অন্তৰত সাহ দিয়ে ডাকঘৰে। "যিজন প্ৰেমিকে তেওঁৰ প্ৰিয়াৰ আগত কথা এষাৰ কবলৈ সাহ নকৰে বা হাতে হাতে চিঠি এখন দিবলৈ ভয় কৰে তেওঁ শৰণ লয় ডাকঘৰৰ।" হে ডাকঘৰ, তুমি মোৰ সেয়ে অতিকৈ হেঁপাহৰ! ডাকঘৰৰ বিন্ধাটোৰেদি এবাৰ এখন চিঠি সুমুৰাই দি মোৰ সেয়েহে ভাব হৈছিল যেন মোৰ মনটো একেবাৰে প্ৰিয়াৰ বুকুৰ মাজলৈ সুমুৰাই দিলোঁ।

বোমিৰৰ ওচৰৰ পৰা ঘূৰি অহা নাছ জনীক জুলিয়েটে কিমান আগ্ৰহেৰে ব্যৱহাৰ কৰিছিল! ডাকঘৰৰ পৰা অহা পিয়ন জনেও আমাৰ পৰা সময়ে সময়ে ইমান আগ্ৰহ নাপায়নে বাৰু? দিনৰ দিনটো ঘৰত সোমাই থাকি গৰমৰ পৰা উপশম পাবৰ কাৰণে মুকলি বহল নৈৰ পাৰ বা পাৰ্ক-পথাৰৰ মাজত যেনে স্বস্তি অনুভৱ কৰা হয়, অনেক সময়ত ডাক-ঘৰত চিঠি এখন পেলাই দি' তেনে অনুভৱেই হয়। জ্যোতিষী-জনৰ ওচৰত হাতটো মেলি দি ৰেখাকেডালৰ পৰা কি ভৱিষ্যত কয় জানিবলৈ হেঁপাহেৰে বৈ থকাৰ দৰে ডাক-ঘৰত চিঠি এখন পেলাই দি কিনো সৌভাগ্যৰ উত্তৰ আহে তালৈ বাটচাই থকাও একে লাগে। পূব আকাশৰ বুকুৰ পৰা ওলাই আছি সূৰ্য্যই নতুন দিন এটাৰ জাননী দিয়াৰ দৰে ডাকঘৰৰ বুকুৰ পৰা ওলাই আহি একোখন চিঠিয়ে

আমাক একেবাৰে নতুন বাতৰি একোটাইহঁত দিয়ে। ডাক-ঘৰলৈ চাই কেতিয়াবা তাক মোৰ ধৰ্ম্মমন্দিৰৰ লগত মিলাবৰ মন যায়। মন্দিৰৰ বেদীৰ প্ৰান্তত দেৱতাৰ চৰণ উদ্দেশ্যে উপচাৰ আগবঢ়াই আশা কৰোঁ দেৱতাৰ পৰা আশীৰ্ব্বাদ—বৰ; ডাকঘৰৰ চিঠি-দিয়া ঠাইত চিঠিখন থৈ আহি বাটচাই থাকোঁ দূৰণিৰ পৰা অহা প্ৰিয়জনৰ প্ৰীতি-ভালপোৱাখিনি।

মানুহৰ মনৰ মাজৰ শূন্যতাখিনি পূৰ্ণ কৰিছে ডাকঘৰে। দূৰত্বক দূৰ কৰি জগতক "নিকট বন্ধু" কৰি তুলিছে। ডাকঘৰে সামান্য মাননি ফেৰা লৈ হাতেৰে ঢুকি নোপোৱা বস্তুটো আনি দিয়ে আমাক। ডাকঘৰক ধন্যবাদ।

ডাকঘৰত কোনো জাতি-ধৰ্ম্মৰ বিভেদ নাই। অস্পৃশ্যতাৰ বাতৰি নাই। আন্তৰ্জ্জাতিক সাৰ্ব্বজনীন মিলন-ক্ষেত্ৰ ডাকঘৰ; বোধহয় সন্মিলিত জাতি-সঙ্ঘৰ সাধাৰণ পৰিষদ (U.N.O ৰ General Assembly) ৰ সভাঘৰো ইয়াৰ বহুত পিছত।

অতীত আৰু ভবিষ্যতৰ দুপাখিৰ মাজত বিচৰণ কৰা বৰ্ত্তমানকলৈ ব্যস্ত ডাকঘৰ। মিউজিয়ামে যি অতীতক লৈ গৰ্ব্বত গহীন, তন্ময়, সেই অতীতক ডাকঘৰে কটাক্ষ কৰিও নাচায়। মিউজিয়ামৰ বিপৰীত পাৰত অৱস্থান ডাকঘৰৰ। বাক্ বা স্বৰ (Sound) লৈ যি পৃথিৱী ভৰপূৰ তাৰ মাজত নিৰ্ব্বাক কুঞ্জবনৰ ৰচনা কৰিছে ডাকঘৰে। নিৰ্ব্বাক ভাষাৰ ইটাৰে নিৰ্ম্মিত ডাকঘৰ।

গোটেই পৃথিৱীত বাহিৰে বাহিৰে সাতপাক দি আহিও কোনো এজনে যি কথা নাজানিব বা নেদেখিব, আধুনিক প্ৰকাশিত সকলোবোৰ কিতাপ আৰু সদ্য-প্ৰকাশিত সকলো বোৰ বাতৰি-কাকত পঢ়িও যি বাতৰি নাপাব, সকলো ডাকঘৰৰ সকলোবোৰ চিঠি যদি তেওঁ মেলি চায় তেন্তে বৰ্ত্তমানৰ পৃথিৱীৰ বিষয়ক সেই আটাইখিনি কথা জানিব পাৰিব। ডাকঘৰ ক'ত আছে? পূব-পশ্চিম উত্তৰ-দক্ষিণ··· সকলো দিশৰ কেন্দ্ৰ বিন্দুটোতে ই আছে। কিন্তু এই দিশ বোৰ অকল ভৌগোলিকেই নহয়। সকলো ধৰণৰ যাত্ৰী উঠা আৰু নমা প্লেটফৰ্ম ডাকঘৰ, সি সকলোৰে অন্তৰৰ কেন্দ্ৰ-স্থলত আছে। মই যদি মোৰ ওচৰৰ পৰা গৈ আকৌ মোৰ ওচৰলৈকে ঘূৰি আহোঁ তেন্তে ডাকঘৰকেই সীমা কৰি লব লাগিব। বাতিকগ্ৰস্তসকল সপোনত খোজ কাঢ়ি ফুৰা ব্যাধিৰ ( Somnambulism ) কথা শুনা যায়। ডাকঘৰ ভ্ৰমণ কৰাও এটা সপোন-বিচৰণেই। ( আমি অনেক সময়ত নাজানো ডাকঘৰৰ যোগেদি আমি কিমান দূৰ ফুৰি আহোঁ। ) এইটো বাতিক অৰণ্যে জীয়াই থকাৰ বাতিক।

---

# ক'লা মেকুৰীৰ হাড়

ক'লা মেকুৰী মৰিলে তাৰ হাড় মাটিত পাচ গৈ তাৰ পৰা হেনো যি গেছ বাহিৰ হয় তাৰ দ্বাৰা বতাহত জুই জ্বলে, তাকে বোলে ধনগুলৈ কয়। গোটেই গাত আন্ধাৰ সানি লৈ, ওৰে জীৱন আন্ধাৰৰ মাজত ফুৰি, আন্ধাৰ কাৰ্য্য কৰি ক'লা মেকুৰীয়ে তাৰ মাজত ক'ত ইমানবোৰ জুই জ্বলাব পৰা পোহৰ-শক্তি লুকাই ৰাখিছিল? দাৰ্শনিকসকলে হয়তো সেয়ে আন্ধাৰ কোঠাৰ মাজত ক'লা মেকুৰীটোক বিচাৰি থাকে, যদিও জানে যে মেকুৰীটো তাত নাই। ক'লা মেকুৰীটো কি দাৰ্শনিকসকলৰ পৰশমণি? তাৰ হাড় এডালৰ সৈতে তেওঁলোকে কি যাদুৰ সৃষ্টি কৰিবলৈ বিচাৰে? তেওঁলোকে জানে যে আন্ধাৰতেই ক'লা মেকুৰীটো থাকে আৰু গোপন ভাৱে থাকে—সাধাৰণ মানুহে (যি আন্ধাৰত ৰেটিনাৰ পোহৰেৰেও দেখা নাপায়) উপকৰ্ণাকৈ কয় সেই কোঠাত বা ঠাইত ক'লা মেকুৰীটো নাই। কিন্তু দাৰ্শনিকসকলৰ সেইটো আঁকোৰগোজালি (Dogma) নে সত্য বিশ্বাস? "যে পেৰেছে ছলনা সহিতে সে পেয়েছে শান্তিৰ অক্ষয় অধিকাৰ"—ৰবি ঠাকুৰে কৈছিল। ৰহস্যৰ আন্ধাৰৰ মাজত সত্যই নিজকে লুকাই ৰাখিছে—আন্ধাৰৰ মাজতে তাক সন্ধান কৰি উলিয়াব লাগিব। পোহৰ মাত্ৰ ছলনা, আন্ধাৰেই সত্য?

ক'লা মেকুৰীটোৱে হয়তো আন্ধাৰত ফুৰি, আন্ধাৰ গাত সানি সেই সত্যক পাই নিজৰ ভিতৰত লুকাই ৰাখিছিল। তাৰ মৃত্যুৰ পাছতো, তাৰ কায়িক অস্তিত্ব গলিত হৈ যোৱাৰ পাছতো সেই পোহৰখিনিৰ, সেই অগ্নিৰ ক্ষয় নহল। সেয়ে জ্বলি উঠিল। এয়েই পৰম ধন। এই ধনৰ জুয়েই ধনগুলৈ।

যিসকল অকল ভূতবিশ্বাসী, যিসকলে কয় সত্যকাল অতীতত্হে আছিল, বৰ্ত্তমান অসত্য বা কলিকাল, সেইসকলৰ কাৰণে ধনগুলৈ কেৱল ভূতৰ জুই। কিন্তু সত্যদৃষ্টিসম্পন্ন সকলে কয়, পদাৰ্থও আনকি অবিনশ্বৰ, পদাৰ্থও সত্য। অকলৈ অসৎ বা অসত্য থাকিব নোৱাৰে। সকলো দৃশ্যমান অসতৰ গুৰিত সৎ আছে, সৎ আছে কাৰণেই জগত আছে। বৰ্ত্তমান যুগটো অকল অসত্যৰ কলিকাল নহয়, ইয়াৰ লগে লগে, হয়তো ( অন্তৰ্নিহিত হৈ বেছি ক্ষেত্ৰত, ) সৎও আছে। পদাৰ্থ, আৰু অপদাৰ্থ, প্ৰাণ বা আত্মাৰ পাৰ্থক্য কি? দুয়ো অবিনশ্বৰ, দুয়ো সত্য। পাৰ্থক্য মাথোন এয়ে যে প্ৰথমটোৱে ৰূপ সলায়, দ্বিতীয়টোৱে নসলায়। কিন্তু যুগৰ সত্যৰো পৰিবৰ্ত্তন ঘটে। আৰু সৰ্ব্বশেহ সত্য (Absolute truth )ৰ বিষয়ে সকলো জ্ঞাত বা নিশ্চিত নহয়। মানুহৰ চকুৰ আগত সকলো সত্যই ৰূপ সলাই আছে; অৱশ্যে চকুৰ আগতহে। কিন্তু যি সত্য চকুৰ আগত বা পাছত বুলি স্থান-নিৰ্দ্দিষ্ট কৰিব নালাগে তাৰ পৰিবৰ্ত্তন চকুৱে দেখিব কেনেকৈ? সত্যক দেখিবলৈ বা পাবলৈ চকুৰ দৰকাৰেই নহয়।

বোধহয় সেইবাবে য'ত চকুৰ কাম নাহে সেই আন্ধাৰতহে দাৰ্শনিকসকলে ক'লা মেকুৰীটো বিচাৰি থাকে। যিটো ক'লা মেকুৰী চকুৰে নেদেখি সাধাৰণ-দৃষ্টি আৰু বিশ্বাসৰ মানুহে তাক নাই বুলি কোৱাই স্বাভাৱিক্। অতীন্দ্ৰিয় অস্তিত্বৰ ধাৰণা সেইসকলৰ অদৰকাৰী কথা।

সেইসকলৰ আগত মৰাৰ পাছত হাড়ৰ জুই হৈ দেখা দি ক'লা মেকুৰীটোৱে প্ৰমাণ কৰিবলৈ বিচাৰে যে এদিন সঁচাকৈয়ে সি জীয়াই আছিল। সি জুইৰ ৰূপত যদিও আছে তথাপি সেইসকলে বিশ্বাস কৰে যে সি ভূতহে, অতীতহে। এই সকল মানুহৰ চকু থকাৰ কি দৰকাৰ? সত্যকালৰ পুণ্যৰ শান্তি-পানী এতিয়া কলিকালত পাপৰ জুই হৈ আছে—কিন্তু এই জুয়েই সেই আগৰ পানীৰ নতুন ৰূপ। এই জুইক ভয় কৰিব লাগে কিয়? এই জুয়ে সকলো পোৰে, কিন্তু সোণৰ উজ্জ্বলতা বঢ়ায়। যি সকলে নিজে পুৰি শেষ হৈ যাবলৈ ভয় কৰে তেওঁলোকে জুইত জাপ দিবলৈ ভয় কৰিবই ("সন্দিগ্ধ মন দোষী" বা "দোষী মন সন্দেহপূৰ্ণ")। কিন্তু সোণে জুইক কিয় ভয় কৰিব? পানাৰ স্পৰ্শ আৰু জুইৰ পোৰণি তাৰ কাৰণে একে। সোণৰ লঙ্কা পোৰাৰ কথা কবিৰ কল্পনাত আছে। কিন্তু লঙ্কা যদি পুৰিছিলেই তেন্তে নিশ্চয় সি সোণৰ নাছিল। মৃত্যুহীন ৰাৱণৰ চিতা-জুই জ্বলে, সাগৰৰ পানীত শিল ওপঙে, হনুমান আকাশত উৰে, সোণৰ লঙ্কাৰ দাহ হয়—এইবোৰ কবিৰ কল্পনাত নহৈ ক'ত

হ্ব পাৰে ? সীতা আইৰ দুখত কবিচিত্ত ইমান বিগলিত-বিচলিত হৈছিল যে ( নহবনো কিয়—সাধাৰণ চৰাই দুটাৰ দুখতে জ্বলি উঠিছিল ! ) বাস্তৱৰ সম্ভৱ-অসম্ভৱৰ কথা কবিয়ে একেবাৰে পাহৰি গৈছিল। পাৰোঁতেনো দাৰ্শনিক প্লেটোই কৈছিল নে যে ভৱিষ্যতে আদৰ্শ ৰাষ্ট্ৰৰ পৰা কবিসকলক বাহিৰ কৰি দিব লাগিব ! শ্বেকস্পীয়েৰ কিন্তু কবি হলেও ঘাইকৈ নাট্যকাৰ। সেইবাবে তেওঁ এইবোৰ কথাত বৰ সাৱধান হৈছিল। 'মেকবেথ'ত বাৰ্নাম হাবিখন কি কোশলেৰে উলিয়াই দিলে চাওক !

ক'লা মেকুৰীয়ে পোহৰৰ ফাকিক বুজি পায়। সেই বাবে সি তাৰ পৰা আঁতৰত থাকে। পোহৰ-জুইক তাৰ মজ্জাগত কৰি একেবাৰে বন্দী কৰি ৰাখিছিল। ৰেডিয়ামৰ দৰেও নহয়, জোনাকীৰ দৰেও নহয়। এতিয়া তাৰ মৃত্যুৰ সুযোগ লৈ পোহৰে বান্ধ ছিঙি পলায়ন কৰিলে। ক'লা মেকুৰীয়ে জীৱনত সূৰ্য্যলৈ ভয় কৰা নাছিল, চন্দ্ৰলৈ পৰোৱা কৰা নাছিল, তাৰ নিজৰ ভিতৰৰ শক্তিৰে, আত্মাৰ পোহৰেৰে তাৰ গতিপথ নিৰ্ণয় কৰিছিল। এতিয়া মৃত্যুৰ পাছত কিন্তু চন্দ্ৰ-সূৰ্য্য-নক্ষত্ৰই তাৰ সেই শক্তিখিনি অপহৰণ কৰি লৈ যাবলৈ বায়ুক দূত পঠিয়ালে।

— — —

# টেঙা আম

টেঙা আম এবাৰনে কেইবাৰ বেচিব পাৰি তাৰ ফকৰা মাতিবলৈ ওলোৱা নাই। আমাৰ দেউতাৰ কথাহে কৈছো। দেউতাই জানে যে অসমীয়া বেপাৰীৰ পৰা মিঠা আম নিকিনাই ভাল। কাৰণ "মিঠা" বুলি কোৱা অসমীয়া আম নিশ্চয় ভিতৰত টেঙা ওলাব, নাইবা সামান্য মিঠা হলেও ভিতৰত জাবৰ আৰু পোক ওলাবই—এইটো ধুৰুপ কথা। সেইবাবে দেউতাই অসমীয়া বেপাৰীৰ পৰা সদায় টেঙা আমহে কিনে। কেতিয়াবা বেপাৰীক সোধে, "এইখিনি আম টেঙানে?" বেপাৰীয়ে আমৰ দৰে টেঙা মুখেৰে তপৰাই মাত লগায়—"নহয় দেউতা, একেবাৰে মিঠা!"

"নহয়, মোক টেঙা আমহে লাগে।" দেউতাই কয়।

"হয় নেকি দেউতা?"—বেপাৰীয়ে সুৰ সলাই গল-হেঁকাৰি মাৰি কয়,—"হওঁতে দেউতা, এইবোৰো বৰ মিঠা নহয়, ৰহ্‌ৰহীয়াহে।"

"নহয় মোক একেবাৰে টেঙাহে লাগে।" দেউতাই কয়। "জানো, দেউতা, আমি আৰু কাটি এচকলো মুখত দি চোৱা নাই। নিজৰ বাৰীৰ হলেহে! লোকে দিয়া আমৰ সোৱাদ আমি কেনেকৈ জানিম? কিজানি ইয়াৰ ভিতৰতো দুই-চাইটা আপুনি বিচৰা টেঙা ওলায়েই! দেউতাই মন কৰিলে ইয়াৰ পৰা নিব পাৰে।"......

দেউতাই কেতিয়াবা তাৰে এভাগ কিনি আনে। আমবোৰ প্ৰায়ে টেঙা ওলায় আৰু দেউতাৰ কাৰণে সেইবোৰ বৰ উপাদেয়। পদিনাত বাঁটি দিয়া, কচু-শাকত দিয়া, মগু মাহৰ আঞ্জাত মৰাশাকৰ জুৰৰ লগত দুচকলমান পাতলকৈ কাটি দিয়া খাবলৈ বৰ ভাল পায় দেউতাই। চল পালে মিহি মিহিকৈ পিহি জলকীয়াৰ চিটিকনি দিও খাবলৈ বিচাৰে। সৰহকৈ আম পালে মা'ক আকৌ কাটি ৰ'দত শুকুৱাই 'এচাৰ' কৰিবলৈকো পৰামৰ্শ দিয়ে। সেইবোৰ টেঙা আমৰ আচাৰ আমলখি-জলফাই-থেকেৰাৰ আচাৰৰ দৰেই হয়। বাৰিষাৰ শেহলৈহে দেউতাই যতনকৈ গোটোৱা ন-কৈ ওলোৱা ভলুকা বাঁহৰ গাঁজৰ খৰিচা পকে। তেতিয়ালৈকে দেউতাৰ টেঙাৰ জুতি সদায় অসমীয়া আমবোৰেই ধৰে। এতেকে আমাৰ দেউতাক টেঙা আম কেইবাৰ বেচিব পাৰি তাক সোধা নিৰৰ্থক। আৰু আপুনিও যদি বেপাৰীৰ ওচৰত গৈ অসমীয়া আমবোৰ দেখি টেঙানে মিঠা প্ৰশ্ন কৰে তেন্তে বেপাৰীয়ে আপোনাৰ বুদ্ধিত তাৰিফ কৰিবলৈ টানেই পাব। অসম দেশৰ যিহে বৰষুণ আৰু বতৰ! ইয়াত মিঠা বস্তু কি হব পাৰে? (আনকি দৈ গাখীৰৰ টেকেলিতো টেঙা-পানীৰ পৰিমাণেই সেইবাবে বেছি।) তাহানি আমাৰ ধেমেলীয়া ভূগোল-শিক্ষকে কোৱা মনত পৰে, অসমত আঙুৰ হবনে? যিহে শিল-বৰষুণৰ খুন্দা! আঙুৰ ফুটাই ছিঙি শেষ কৰিব। যি কেইটাই "শত ধুমুহা শিল-বৰষুণ" সহিও

জীৱন ৰক্ষা কৰি থাকিব, সিহঁতক মুখত দিবৰ উপায় নাই—চূণচাই টেঙা। অসমত কি হব পাৰে?—ঐ টেঙা! যাৰ ওপৰত শিল পৰিলেও শিল উফৰি যায়।

বোধহয় এইবোৰ ভাবি-চিন্তিয়েই অসমীয়াই টেঙা খাবলৈ শিকিছিল; ইয়াত মিঠা বিচৰা নিৰৰ্থক। যিটো শিয়ালে ঈছপৰ সাধুত "আঙুৰ টেঙা" বুলি এঙাই জাপ নেমাৰিলে তাৰ নিশ্চয় অসম ভ্ৰমণৰ অভিজ্ঞতা আছিল দেই!

আমাৰ অসমত সেন্দুৰীয়া আম দেখিবলৈহে ভাল, কিন্তু ভিতৰত টেঙা গুণেই সৰহ। কোনোৱে কয়, পকিলেগৈ সি সোৱাদ হয়। কিন্তু সোৱাদ হয়গৈনে নহয় তাৰ জুতি আগতে সমৰেত পোক-বৃন্দই লৈ লয়। মানুহলৈ তাৰ অৱশিষ্টখিনিহে থাকেগৈ। বেচেৰা অসমীয়াহঁত! তেওঁলোকে আকৌ সেই পোকৰ সৈতে থকা আমকে খাই তৃপ্তি পায় আৰু কয় বোলে, আমৰ পোক খালে সাঁতুৰিব পাৰে। দেহি ঐ, কি সান্ত্বনা! এৰা, সাঁতোৰাটোও অসমীয়াৰ কাৰণে এক পৰমা বিদ্যা। কোন তলকত বানপানীয়ে আহি গাওঁ-ভূঁই সকলোতে প্ৰশান্ত সাগৰ ৰচে, তাৰ "পাত্তা" নাই। সেইবাবে আমৰ পোক খায়েই যদি সাঁতুৰিব জনা হয়, তেন্তে বৰ লাভৰ কথাই। অসমীয়া মানুহে আনকি মাংসতো টেঙা দি খোৱা শুনা যায়। "হাঁহত বাঁহ" হেনো ডাকৰ বচন। অৰ্থাৎ হাঁহৰ মাংসত বাঁহৰ গাজ চকলিয়াই দি ৰান্ধিলে ভাল হেনো। অলপ টেঙি টেঙি হয়

(একেবাৰে চীনা খাৱন); কিন্তু খাই পোৱা নাই হলে। সেইবোৰ অমৃত খায়েই চীনাই যুগমীয়া প্ৰাচীৰ সজাৰ দৰে অসমীয়াই জয়দৌল-শিৱদৌল ৰংঘৰ-কাৰেংঘৰ সাজি যাউতি-যুগীয়া অমৰ হৈ ৰল। আজি অসমীয়াৰ কঁকালত জোৰ নাই কিয়? বোধকৰো টেঙাৰ সোৱাদ লবলৈ এৰাৰ কাৰণেই। অসমীয়াই আজি বঙলুৱা "খাণা" খাবলৈ শিকিছে, নানা মছলাৰে আঞ্জাৰ "জাত মাৰি" খাই ভাল পোৱা হৈছে।

মই টেঙা আমৰ কথাহে কৈছো। অসমৰ আম মিঠা নহয়; মাদ্ৰাজ, বঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশৰ পৰা আম নাহিলে আমৰ সোৱাদ আমি বুজিয়েই নাপালোহেতেন। সেইবোৰ ঠাইৰ মানুহ বা ভাষাৰ শব্দ আমাৰ দেশলৈ আহিলেহে জগৰ, তাৰ পৰা হাড়ৰ বুতামটোলৈকে সকলো বস্তুৱেই ইপিনে আহক, বাধা নাই। (অসম সাহিত্য সভাৰ কোনজন সভাপতিয়ে 'বিলাতী আম'ৰ এচকলো মুখত দি পোৱা নাই বাৰু?) অসমৰ টেঙা আম আৰু আন সকলো টেঙা খাই খাই হেনো কোনো মানুহৰ মাত-কথাও সম্পূৰ্ণ টেঙা হৈ যায়। এগৰাকী ৰসিকে এবাৰ এই সাধুটো কৈছিল:—অমুক ভদ্ৰলোকে গোৱালৰ পৰা গাখীৰ লৈ খন্তেকো থব নোৱাৰে, ফাটি যায়। ভদ্ৰলোকে গোৱালক সদায় গালি পাৰে। কিন্তু গোৱালেও উত্তৰ দিয়ে বোলে, মোৰ গাখীৰ আপোনাৰ চুবুৰীয়া কাৰো ঘৰত নাফাটে, অকল আপোনাৰ ঘৰতহে দৈনিক ফাটে, তাজ্জুব কথা! ভদ্ৰলোকেও

খবৰ লৈ জানিলে, গোৱালৰ কথা সচাঁ। তেওঁ, গাখীৰ লোৱা পাত্ৰ-বাচন সকলোবোৰ বৰ সুন্দৰকৈ চাফ কৰোৱালে। কিন্তু সেই একে দশা! অৱশেহত এগৰাকী "বেজে" আহি ক'লে বোলে, গাখীৰ ফটাৰ গুৰি অইন ক'ৰবাতহে। গাখীৰৰ ওচৰলৈ আপোনাৰ পৰিবাৰক আহিবলৈ নিদিবচোন। চাওক কি হয়।

সঁচাকৈয়ে গিৰিহঁতে পৰিবাৰক গাখীৰৰ ওচৰলৈ অকণো আহিবলৈ নি'দ পৰীক্ষা কৰি চাই দেখে যে, এৰা, গাখীৰ দেখোন নফটা হল। তেতিয়াহে তেওঁ বুজিলে যে তেওঁৰ পৰিবাৰৰ মুখখন ইমান চোকা আৰু মাতবোৰ ইমান টেঙা যে তাৰ 'পৰশ' পালেই গাখীৰ ফাটি যায়। তেওঁৰ পৰিবাৰ ইমান টেঙা-প্ৰিয়া যে পৃথিবীৰ সকলো ধৰণৰ টেঙা-বোৰ (নগা টেঙা, চকলা টেঙাকে ধৰি) তেওঁ যেন অকলৈ হজম কৰি পেলাব। যেন তিৰোতাৰূপী বকাসুৰ! আমৰ দিন আহিলে তেওঁৰ ৰঙৰ অন্ত নাইকিয়া হয়, যেন অঠাই সাগৰতহে বানপানী আহিল!

পিছে, দুৰ্ভাগ্যক্ৰমে এই গৰাকী মহীয়সী মহিলাই মোৰ শাহু হব লগীয়া হল। মোৰ শ্ৰীদেউতাও টেঙা-প্ৰিয় আৰু শ্ৰীমতী শাহুও টেঙা-প্ৰিয়া। মই দোমোজাত পৰি মৰোঁ এতিয়া!

—

# ফ্লাইং ছচাৰ

এই এবিধ উৰন্ত ৰথৰ কথা আমি অলপ দিনৰ পৰা কাকতে-পত্ৰই পঢ়িবলৈ পাইছোঁ বা কোনোবা সৌভাগ্য-বানে তাৰ দৰ্শনো লাভ কৰিছে। এখন কাঁহীৰ দৰে তাক দেখি কাৰণেই ইংৰাজী নাম সেয়া। কোনোৱে শুদা চকুৰে ইয়াক এটা চাকিৰ দৰেহে দেখিবলৈ পাইছিল। কিন্তু ৰাতৰিত প্ৰকাশ যে অতি ওচৰলৈ খেদি গৈও ইয়াক কোনেও ধৰা পেলাব পৰা নাই হেনো। ইনো কি মায়াবী বিমান কব পৰা নাই। এজন আমেৰিকান বিমান-চালকে হেনো খেদি গৈ থাকোতে বিমানৰ সৈতে নিজক ধ্বংস কৰিব লগা হয়।

এই ৰথ হেনো অতি তীব্ৰ বেগেৰে যায় আৰু পৃথিবীৰ মানুহৰ আন বিমানে খেদি ওচৰ পালে ইমান বেগেৰে আঁতৰি যায় যে সি আৰু চকুৰেও মণিব নোৱাৰা হৈ পৰে। আকৌ ই হেনো খুব হঠাতে উভতিবও পাৰে, পাক খাই ওপৰলৈ উঠি নাইকিয়া হৈ যাব পাৰে মুহূৰ্ত্ততে।

যোৱা বছৰ মঙ্গল গ্ৰহ পৃথিবীৰ অলপ ওচৰ চপাত বহুতে ভাবিছিল যে বোধহয় এই মঙ্গল গ্ৰহৰ পৰাই এই ৰথবোৰ উৰি আহিছিল, সেইবাবে সেই সময়ত ইহঁতৰ সংখ্যা বেছি দেখা গৈছিল। বহুতে অনুমান কৰে যে পৃথিবীৰ বাহিৰেও আন ঠাইত জনপ্ৰাণী থাকিব পাৰে আৰু

মঙ্গল গ্ৰহত হয়তো মানুহতকৈ বুদ্ধি আৰু বিদ্যাত বেছি আগবঢ়া প্ৰাণী আছে। এইবিলাকৰে হয়তো আৱিষ্কাৰ ফ্লাইং ছচাৰ। অসীম স্থান-ব্যাপ্তিত মানুহে এতিয়া যি ভ্ৰমণ (Space-travel) কৰিবলৈ ওলাইছে মঙ্গল গ্ৰহৰ অত্যধিক জ্ঞানী প্ৰাণীসমূহে তাক কেতিয়াবাৰ পৰাই হয়তো কামত খটুৱাই আহিছে। মানুহে হয়তো এওঁলোকৰ কাষ চাপি জ্ঞানৰ কাৰণে ভিক্ষাৰ হাত পাতিব লাগিব।

এইবোৰ নানান চিন্তা-ভাবনা আৰু প্ৰত্যক্ষ-দৰ্শনৰ পাছত ফ্লাইং ছচাৰক মাত্ৰ Hallucination বা ছায়ামূৰ্ত্তি বুলি ক'বৰ উপায় নাই। বিজ্ঞানী বিমান-চালকে আনকি ফ্লাইং ছচাৰ প্ৰচণ্ড বেগত যাব পৰাটোও সমৰ্থন কৰিছে; পৃথিবীৰ মাধ্যাকৰ্ষণ এৰিব পৰাৰ কথাও কৈছে। সেইবোৰ বৈজ্ঞানিক ব্যাখ্যা আমাৰ আলোচনাৰ সীমাৰ ভিতৰত নহয়। কিন্তু কথা হৈছে, এই ফ্লাইং ছচাৰনো কি তাকে এবাৰ বুজিবলৈ যত্ন কৰা। সঁচাকৈয়ে ই মঙ্গল গ্ৰহৰ প্ৰাণীৰ সৃষ্টি কোনো ৰথনে, কোনো কোনোৱে কবৰ দৰে, বিমান-পদ্ধতিত অতি উন্নতি কৰা ৰাছিয়ানসকলৰ এবিধ উন্নত বিমানেই? ৰাছিয়ানৰ বিপৰীত ধৰ্ম্মীসকলে ৰাছিয়াৰ প্ৰতিভাক স্বীকাৰ কৰিবলৈ টান পাই এইবোৰ নাম দিছে আৰু তাৰ ব্যাখ্যা এইদৰে কৰিছে নেকি? ইয়াৰ উত্তৰ দিয়াও আমাৰ কাম নহয়,—কাৰণ ই ৰাজনীতিৰ ক্ষেত্ৰলৈ যায়।

দাৰ্শনিকে দৈৰ্ঘ্য, প্ৰস্থতা আৰু গভীৰতা—পদাৰ্থৰ এই তিনিটা বিস্তাৰ বা ডাইমেনছনৰ বাহিৰেও সময়ৰ ডাইমেনছন টোক ধৰি লৈছে। কোনোৰ মতে সময় আৰু স্থান-ব্যাপ্তিৰ (Space) বিস্তাৰ দুটাৰ সম্পূৰ্ণ অঙ্গাঙ্গী সম্বন্ধ। ধৰি লওক, এখন গৰু-গাড়ীক ৩০ মাইল যাওঁতে ৬ ঘণ্টা লাগে আৰু আধুনিক অতি বেগী এৰোপ্লেন এখনক সেই ৩০ মাইল যাওঁতে লাগে ৬ মিনিট। যদি ইয়াৰ পিছৰ যুগত বিমানৰ বেগ বৰ বাঢ়ি বাঢ়ি গৈ ইমান হয়গৈ যে এই ৩০ মাইল যাওঁতে তাক এক ছেকেণ্ডৰ হেজাৰ ভাগৰ এভাগো নালাগে, তেন্তে সেই বিমান ভ্ৰমণ কৰোঁতে চকুৰে দেখা পোৱাটো কেতিয়াও সম্ভৱপৰ নহব। চকুৱে কিবা এটাৰ স্থিতি দেখিবলৈ হলে সি কিবা এটা নিৰ্দ্দিষ্ট স্থান আৰু সময়ৰ বিন্দুৰ ওপৰত থকা উচিত। কিন্তু বিমানৰ বেগ কেতিয়াবা গৈ গৈ যদি শব্দ আৰু পোহৰতকৈও বেছি হয়, তেন্তে তাক শুদা নালাগে শক্তিশালী দূৰবীণেৰেও দেখা টান হব। আমাৰ এতিয়াৰ দূৰবীণবোৰ স্থানৰ (Space) লগতহে সম্বন্ধিত। সময়ৰ দূৰবীণ এতিয়াও আৱিষ্কৃত হোৱা নাই। আমাৰ অনুমান, শব্দ-পোহৰতকৈও বেছি বেগী বিমানখন উৰি গৈ থাকোঁতে সময়ৰ দূৰবীণেৰেহে চাব লাগিব; কাৰণ সেই বিমান বৰ্ত্তমান সময়তকৈও আগবাঢ়ি যাব। আমি কথা কৈ থাকোঁতেই বিমানখন হয়তো কাইলৈৰ সীমাৰ ভিতৰত সোমাবগৈ, আধা ঘণ্টাৰ ভিতৰতে হয়তো ২৫-৩০ বছৰ আগলৈ গৈ ভৱিষ্যতৰ

কোনোবা এখন ক্ষেত্ৰত ( field ) অৱতৰণ কৰিবগৈ। গতিকে সেইখন বিমান চাবলৈ বৰ্ত্তমানৰ স্থান-দূৰবীণ কেনেকৈ কামত আহিব ? আমাৰ ধাৰণা, ফ্লাইং ছচাৰ তেনে এবিধ বিমান ; আমি স্থান-দূৰবীণেৰে চাই তাক ধৰা পেলাবলৈ বিচৰা অৰ্থহীন। তাক দেখা পাবলৈ হলে নিশ্চয় সময়-দূৰবীণৰ দৰকাৰ হব। এই কল্পনাতকৈও বেগী প্ৰচণ্ড শক্তিৰ বিমান বা ফ্লাইং ছচাৰ ৰাছিয়ানসকলেই নিৰ্ম্মাণ কৰক বা মঙ্গল গ্ৰহৰ প্ৰাণীয়েই ব্যৱহাৰ কৰক, তাক যে আমাৰ পৃথিবীৰ কোনো কোনোৱে দেখা পাইছে সেয়া নিশ্চয় তাৰ আটাইতকৈ নিম্নতম বা ৰখাবৰ আগমুহূৰ্ত্তৰ বেগৰ ভিতৰতহে। তাকেই আমাৰ মানুহে "বৰ বেগেৰে" যোৱাহে বুলিছে। আমাৰ পৃথিবীৰ ওপৰত যিটো সময় এতিয়া আছে, তাৰ ক্ষেত্ৰখনৰ ওপৰত হয়তো সেই ফ্লাইং ছচাৰ ৰখাবলৈ যত্ন কৰা হয় ; কিন্তু মানুহৰ বিমানে অনুধাৰণ কৰা দেখিলে আকৌ আন সময়ৰ ভিতৰলৈ সি আগবাঢ়ি গৈ নেদেখা হৈ পৰে।

ফ্লাইং ছচাৰবিলাক প্ৰকৃততে কিমান বেগেৰে যায় আমি কব নোৱাৰো। কিন্তু ই বৰ্ত্তমানৰ গণ্ডী এৰি ভৱিষ্যত সময়ৰ বুকুত যে উৰিবগৈ পাৰে, ই নিশ্চিত। ই অতীত সময়ৰ বুকুলৈ উৰি যায়নে নাযায় কব নোৱাৰো।

ফ্লাইং ছচাৰলৈ ভয় কৰিব লগীয়া কিবা আছে জানো ? যদি ধৰি লওঁ, ই কোনো প্ৰকাৰৰ বোমা বৰ্ত্তমান পৃথিবীৰ

ওপৰত বৰ্ষণ কৰে তেন্তে সেই বোমা ঠিক বৰ্ত্তমানৰ পৃথিবীৰ ওপৰত নপৰিবও পাৰে, হয়তো সেই বোমা আৰু দহ বছৰ, কুৰি বছৰ বা এশ বছৰ পাছৰ পৃথিবীতহে পৰিবহি পাৰে। ফ্লাইং ছচাৰলৈ টোঁৱাই গুলী মাৰি দিলে কি হব? সেই গুলী গৈ তাৰ ওচৰ পায়মানে সি হয়তো আৰু হেজাৰ-দুহেজাৰ বছৰৰ আগ পাবগৈ। আমাৰ কোনো পূৰ্ব্ব-পুৰুষে যদি পাঁচশমান বছৰৰ আগতেই বৰ বেছি বেগী কোনো গুলী মাৰি থলেহেতেন তেন্তে এতিয়া সেই গুলী পৃথিবীৰ বৰ্ত্তমানৰ সময়ৰ ওপৰেদি উৰি যোৱা ফ্লাইং ছচাৰ এখনত লাগিলহেতেন কি চাগিলহেতেন! এতিয়া আমি যিটো গুলী মাৰি দিম তাৰ বেগ জানো ফ্লাইং ছচাৰতকৈ বেছি?

আমাৰ মানুহেও হয়তো কেতিয়াবা ভৱিষ্যতে এনে এবিধ উৰন্ত ৰথ উলিয়াব যি কেৱল স্থানৰ মাইলকে অতি-ক্ৰম নকৰিব, সময়ৰ মাইলকো চকুৰ পচাৰতে অতিক্ৰম কৰি যাব পাৰিব। আজি যেনেকৈ সাধাৰণ বিমানেৰে পুৱা কলিকতাত চাহ খাই আহি গুৱাহাটীত দুপৰীয়া ভাত খাই ডিব্ৰুগড়ত আবেলি জলপান কৰিব পাৰোঁ, তেনেকৈ সেই সুদূৰ ভৱিষ্যতত আমি বৰ্ত্তমানত চাহ খাই ২৫ বছৰৰ আগলৈ গৈ সেই পৃথিবীৰ কোনোবা হোটেলত ভাত খাই আকৌ আবেলি বৰ্ত্তমানৰ পৃথিবীত কোমল চাউল খাবহি পাৰিম। ফ্লাইং ছচাৰৰ আৰোহণকাৰীসকলে নিশ্চয় এনে সুখ উপভোগ কৰিছে। পৃথিবীৰ আৱৰ্ত্তনৰ বিৰুদ্ধে ঘূৰিবলৈ

সেই ফ্লাইং ছচাৰৰ শক্তি আছে। পৃথিবীৰ মাধ্যাকৰ্ষণ শক্তিলৈ তাৰ ভয় নাই। আকাশৰ সুদূৰ গ্ৰহ-উপগ্ৰহবোৰৰ মাজত কত মাইলৰ যে ব্যৱধান তাৰ ইয়ত্তা নাই। এই ব্যৱধান অতিক্ৰম কৰিবলৈ স্থান অতিক্ৰমকাৰী ৰথ উপযুক্ত নহয়; সময় অতিক্ৰমকাৰী ৰথহে দৰকাৰ। হয়তো' কোনো অজান গ্ৰহৰ উন্নত প্ৰাণীয়ে এনে সময় অতিক্ৰমকাৰী ৰথ বা ফ্লাইং ছচাৰত এইদৰে ভ্ৰমণ কৰি ফুৰিছে। অতীত আৰু ভৱিষ্যতৰ মাজত বৰ্ত্তমানটো কিমান ক্ষুদ্ৰ পলকৰ তাক কোনে কব পাৰে? এই বিন্দুমান বৰ্ত্তমান সময়ৰ স্থিতিৰ ওপৰত সময় অতিক্ৰম কৰিব পৰা ফ্লাইং ছচাৰ কিমান দীঘলীয়া সময়ৰ কাৰণে আমি দেখিবলৈ আশা কৰিব পাৰোঁ? আমাৰ পৃথিবীৰ ওপৰত সময়ৰ পৰিসৰ বা স্থিতি নিশ্চয় বিন্দু-মানহে। সেইবাবে ইয়াৰ ওপৰত ফ্লাইং ছচাৰৰ নিচিনা এখন ৰথ স্থায়ীকৈ পাবলৈ আশা কৰাটো বোধহয় ভুল। যিবিলাক গ্ৰহ-উপগ্ৰহ বা শূন্য স্থান-ব্যাপ্তিৰ ওপৰত সময় নিশ্চলভাৱে আছে (কাৰণ সেইবোৰ সকলো চাগৈ পৃথিবীৰ দৰে আৱৰ্ত্তন-বিৱৰ্ত্তন লৈ ব্যস্ত নহয়; গতিকে সেইবোৰৰ ওপৰত সময় নিত্য-বৰ্ত্তমান!) সেইবোৰ ঠাইতহে চাগৈ ফ্লাইং ছচাৰে থিত লব পাৰে।

Space শব্দটোৰ অৰ্থ আমি সম্প্ৰতি 'আকাশ'কে ধৰি লওঁ। আমাৰ বিমানবোৰ আকাশত উৰে, কিন্তু ফ্লাই ছচাৰ আকাশত উৰা যেন দেখিলেও প্ৰকৃততে সময় বা

কালতহে উৰে। সেই বাবে যিসকলে ফ্লাইং ছচাৰ উৰা দেখিছে তেওঁলোকক সৌভাগ্যবান বুলি নোৱাৰি। কাৰণ তেওঁলোকৰ দৃষ্টি আকাশৰ দূৰত্বৰ ভিতৰতে অকল নাথাকি সময়ৰ দূৰত্বলৈও গৈছে, সেই বাবে তেওঁলোক নিশ্চয় অতি শক্তিশালী চকুযুক্ত। অথাৎ এই দৰ্শকসকলক আমি যথাৰ্থভাবে "দাৰ্শনিক" বুলিব পাৰোঁ। অৰ্থাৎ দাৰ্শনিক নহলে ফ্লাইং ছচাৰ দেখা পোৱা টান। দাৰ্শনিকৰ বহুত পাছতহে আমাৰ বৈজ্ঞানিক সকল আহিব। দাৰ্শনিকে সময়ৰ দূৰত্বত দেখা বস্তুটো (ৰাডাৰত ধৰা পেলোৱাৰ দৰে) বৰ্ণাই অন্ত কৰাৰ পাছতহে তাৰ ৰূপ এটা বৈজ্ঞানীকে স্থানৰ মাজত আৱিষ্কাৰ কৰি থিয় কৰাব পাৰিব।

পৃথিবীৰ ওপৰত স্থান স্থিৰ হৈ থাকিলেও সময় হলে ইয়াৰ ওপৰেদি হুৰহুৰকৈ আগবাঢ়ি গৈ আছে এখন বাৰিষাৰ কোবাল নৈৰ দৰে। আমি পৃথিবীৰ ভিতৰুৱাবোৰ এই সোঁতৰ বুকুত থৰ হৈ থাকিব নোৱাৰোঁ বা ইয়াৰ বিপৰীতে যাবও নোৱাৰোঁ। কিন্তু পৃথিবীৰ বাহিৰে সকলোতে সময় এনে নহয়। সময় সেইবোৰত চিৰস্থিৰ। গতিকে ফ্লাইং ছচাৰক সময়ে উটাই নিব নোৱাৰে। সি আমাৰ পৃথিবীৰ সময়ধাৰাৰ বাহিৰত স্থিৰ হৈয়ে আছে, আমি সময়ৰ লগত ভাঁহি যাওঁতে কেৱল তাক পলকৰ বাবে দেখি সি আঁতৰি যোৱা বুলি ভাবোঁ। (প্ৰকৃততে আমিয়েই আঁতৰি গৈছোঁ।) পৃথিবীত ক্ষণে ক্ষণে যিমানবোৰ পৰিবৰ্ত্তন ঘটিছে আকাশৰ

সিপাৰৰ সূৰ্য্য-তৰাইতৰ এনে পৰিবৰ্ত্তন হোৱা কেইজনে জানে? আমাৰ সাতাম পুৰুষৰ পৰা সেইবিলাক একে ধৰ-ণেই থকা নাই জানো। (বৈজ্ঞানিক মত নহয়।)?

'উৰা' কথাটো আমি আকাশত উৰা চৰাইৰ পৰা আনিছোঁ। সেই বাবে আকাশৰ দূৰত্বক অতিক্ৰম কৰি যোৱা বিমানবিলাকো আমি উৰা বুলি কওঁ। কিন্তু নামত ফ্লাইং ছচাৰ হলেও সি বাস্তৱিকতে ঘূৰে। আকাশৰ বুকুত উৰা সম্ভৱপৰ কিন্তু সময়ৰ বুকুত উৰা নচলে। সময়ৰ বুকুত কিবা বতাহেই আছেনে যে ফ্লাইং ছচাৰে পাখি কোবাই কোবাই তাক ঠেলি ঠেলি 'উৰি' বা আগবাঢ়ি যাব? সেই বাবে "ফ্লাইং ছচাৰ" হলেও তাৰ পাখি নাই, সি কেৱল এখন কাঁহীৰ দৰেহে। গতিকে এই ফ্লাইং ছচাৰ নামটো আমাৰ মনেৰে ভুল হৈছে। আমি কাঁহী চিনি পাওঁ, সেই বাবে কাঁহীৰ নিচিনা দেখায় কাৰণে সেই নাম নজনা বস্তুখনক আমি কাঁহী বুলিছোঁ। সি ঘূৰে, (কেনেকৈ কি কৰে? কৈ থাকে? — আমি নাজানো।) কিন্তু উৰাৰ নিচিনা দেখায় কাৰণে তাক ফ্লাইং বা উৰণীয়া বুলিছোঁ। এই সকলোবিলাক মানৱীয় ভাবনাৰ কথা। আমাৰ জ্ঞান-ধাৰণা-ভাবনা অনুযায়ী আমি যিহকে দেখোঁ, যিহকে পাওঁ, যিহকে শুনো তাক সেই দৰে বুজোঁ, বুজাওঁ নামাকৰণ কৰোঁ, বৰ্ণনা কৰোঁ। ফ্লাইং ছচাৰ যেনেকৈ সেই বস্তুৰ আচল নাম নহয়—আমি দিয়া নামহে, সেইদৰে তাৰ অস্তিত্ব, তাৰ ৰূপ গতিও

বোধহয় আমাৰ ভাবনাতকৈ বহুত বেলেগ কিবা এটা। আমাৰ কল্পনাতকৈও যেতিয়া সি বেগী বুলি আমি ভাবিছোঁ তেতিয়া তাক কল্পনাৰেই বা ঢুকি পাম কেনেকৈ ? বৰ্ণাম কেনেকৈ ? গতিকে আমাৰ কাৰণে সেই ঘূৰণীয়া 'উৰন্ত কাঁহী'খন এটা কেৱল ঘূৰণীয়া শূন্যহে তাতে আমাৰ ভাবপুঞ্জ লগলাগি কেতিয়াবা কোনো মুহূৰ্ত্তত উদ্ভাসিত হৈ উঠিছে। ই হয়তো এটা ধৰি লোৱা কথা বা উপন্যাস supposition বা hypothesis (?)। সময়ৰ এটা (এক মাত্ৰ) (Dimension) দৈৰ্ঘ্যৰ ওপৰত থকা কাৰণে ইয়াক কেতিয়াবা কোনোৱে এটা দীঘল চিগাৰেটৰ দৰে দীঘল নেজযুক্ত দেখা একো আচৰিত কথা নহয়।

পৃথিবীখন হুৰ হুৰকৈ অনবৰত ঘূৰি থকাৰ কাৰণে আমি ক্ষণে ক্ষণে আকাশ ( স্পেচ ) আৰু সময়ক এৰি যাব লগা হৈছে (দুয়োৰে আঙ্গাঙ্গী বিস্তাৰ)। আমাৰ নিজৰ ভ্ৰমণৰ কাৰণেই আমি প্ৰায়তঃ চন্দ্ৰ-সূৰ্য্য গ্ৰহ-নক্ষত্ৰ বোৰক উঠা আৰু মাৰ যোৱা যেন দেখোঁ। কিন্তু সেই-বোৰ আপেক্ষিকভাৱে বৈ থকাৰ কাৰণে সিহঁতক নিৰ্দ্দিষ্ট সময় এছোৱাৰ কাৰণে দেখা পাওঁ। কিন্তু কোনো বিমান যদি পৃথিবীৰ এই আৱৰ্ত্তন গতিৰ বিপৰীতে তীব্ৰ বেগত যায় তেন্তে সি ঠিক ফ্লাইং ছচাৰৰ দৰেই হ'ব।

যদি এই পৃথিবীৰ আৱৰ্ত্তন-পৰিভ্ৰমণ নাথাকিলহেঁতেন তেন্তে কাল আৰু আকাশক আমি স্থায়ী হিছাপে পালোহেঁতেন।

তেনেহলে আমাৰ পূৰ্ব্বপুৰুষসকলক বা অতীতৰ পৃথিবীখনক হেৰুৱাব লগা নহ'লহেঁতেন। কিন্তু সেই বাবে ভবিষ্যতক জানো পালোঁহেঁতেন? আবৰ্ত্তনে ভবিষ্যতক আনি দিয়ে; গতিকে ভবিষ্যতৰ মাজত থকা ফ্লাইং ছচাৰক আমি এদিন স্পষ্টকৈ দেখা পামনে? কিন্তু স্থিৰ-ভবিষ্যত এটাৰ জানো আমি আশা কৰিব পাৰোঁ??

# বাঁহনিৰ ভূত

আমাৰ বাৰীৰ পিছফালে এখন বাঁহনি আছিল। আমি সৰুতে যেতিয়া পঢ়াত নোৰাৰিছিলোঁ নাইবা কিবা ঘৰুৱা দুষ্টালি কৰিছিলোঁ, তেতিয়া আমাৰ ৰুদ্ৰ দেউভাই সেই বাঁহনিখনলৈ গৈ তাৰ পৰা একোঁছা "ভাল ভাল" চাই এছাৰি কাটি আনিছিল, তাৰ কেইবাডালো আমাৰ গাত ভাগিছিল।

সেই দিন গ'ল। আমাৰ শৈশৱৰ স্মৃতি মধুৰ নহয়, বিষাদ-গধুৰহে। আমাৰ শাস্তি-যন্ত্ৰণাৰ ওৰ নাছিল, লগে লগে আমাৰ দুষ্টালিৰো অন্ত নাছিল। কিন্তু সেই দুষ্টালিৰ জানো অন্ত পৰিল? বাঁহ গছৰ এছাৰি বহুতডাল ভাগিছিগি টুকুৰা টুকুৰ হৈ গ'ল, কিন্তু আমাৰ দুষ্টালি নাভাগিল। আমি আমাৰ দুষ্টালিৰ শুধৰণলৈ মন নিদি সেই বাঁহনিখনকহে

শাও দিছিলোঁ। দেউতাক শাও দিব পাৰোনে? সেই সাহ আমাৰ নাছিল। আমাৰ শাও বাঁহনিখনত নিশ্চয় লাগিছিল, কাৰণ অলপ দিনৰ পাছতে সেই বাঁহনিখনৰ বাঁহবোৰ ফুলিল; গতিকে পুৰণি বিশ্বাসী দেউতাইতে বাঁহবোৰ কটাই উছন কৰি দিলে আৰু আধা দামতে যাক পাৰিলে দিলে, যাক নোৱাৰিলে, এনেয়ে দিলে। কিন্তু অনেক সময়ত দানো আৰিমত্তুৰ দানৰ দৰেহে হৈছিল। বহুতে ফুলা বাঁহ লবলৈ ইচ্ছা নকৰিছিল। এতিয়া সেই বাঁহনি নাই। আমাৰ দেউতা আছে আৰু আমি আছোঁ। দেউতাই সেইবাৰ বাঁহনিখন উছন কৰি দিয়াৰ পাছত আৰু ন-কৈ বাঁহ গছ ৰোৱাও নাই কিবা খণ্ডৰ ভমকত। এতিয়া খৰিচা খাবলৈ গাঁজো আনৰ বাৰীৰ পৰাহে কিনি আনে।

আমাৰ বাঁহনিখন আছিল ডাঠ গভীৰ। তাৰ কোনো কোনো "অঞ্চলত" কোনো দিনে সূৰ্য্যৰ পোহৰ নপৰিছিলেই। (কবিৰ ভাষাত তাত "মেচেকাৰ চকু" জ্বলিছিল; দিনতে জোনাকী পৰুৱা উৰিছিল)। এনে গেজেপনি সেই হাবিখন যে তাত আমি অকলে সোমাবলৈ কেতিয়াও সাহ নকৰিছিলো। আৰু আমাক ঘৰৰ বয়সীয়ালসকলে বাঁহনিৰ ফালে যাবলৈকে নিদিছিল। বিশেষকৈ মঙ্গলবাৰে শনিবাৰে সেই ফালে যোৱা একেবাৰে নিষিদ্ধ আছিল।

সেই বাঁহনিখনত অসংখ্য চৰাই আছিল। বগলী আৰু কাউৰীয়েই বেছি। তাৰোপৰি শালিকা, কাণকুৰুকা,

কৈঁচুলুকা, হেটুলুকা আদিৰ সংখ্যাও নেহাৎ কম নহয়। গধূলি সময়ত জাকে জাকে চৰাই আহি বাঁহনিখনত পৰা দৃশ্য মোৰ বৰ ভাল লাগিছিল। একেৰাহে আকাশৰ ফালে ৰ লাগি চাই থকাৰ কথা এতিয়াও মনত পৰে। গৰমৰ দিনত বহুত ভাটৌ সেই বাঁহনিখনত আছিল। বসন্ত কালত কুলি-কেতেকী, সখীয়তী চৰাইংতো তাত আছিলহি আৰু শৰত কালত বালিমাহীও। দূৰৰ পৰা বাঁহনিখনক সদায় মনে মনে বহি টোপনিয়াই থকা যেন দেখা যায়। বাঁহনিখনে ৰাতিহে সাৰ পোৱা নিচিনা লাগে। কাৰণ বহুত ৰাতি তাত কিবা কেৰেক-কাৰাক, খৰং মৰং শব্দ শুনিবলৈ পোৱা যায়। আমাৰ ঘৰৰ বুঢ়াসকলে বাঁহনিৰ ভূত আছিল বুলি কৈছিল আৰু ৰাতি হেনো সেইবোৰে তাত ধেমালি কৰিছিল। গধূলি সময়ত চৰাইবোৰে বাহঁত পৰি প্ৰায় আধা ঘণ্টা সময় সদায় কথা-বতৰা পাতে—কোন কলৈ গৈছিল, বাটত কাক লগ পাইছিল, কি দেখিছিল, ক'ত গৈ কি খালে, কাইলৈ ৰাতিপুৱা উঠি কোন ক'লৈ যাব, নতুনকৈ পাখি গজা পোৱালি কেইটাক লগতে নিবনে বাহঁতে থৈ যাব—এইবোৰ কথাকে সিহঁতে পাতি পাতি টোপনি গৈছিল। কেতিয়াবা শুক্লপক্ষৰ জোন বৰ বেছি ফটফটীয়া হ'লে জোনাকবোৰ দিনৰ পোহৰৰ দৰে হয়। চৰাইবোৰে "ৰাতি পুৱাল" বুলি ভ্ৰমত বাহঁ এৰি হঠাৎ আকাশত উৰা মাৰে। কিন্তু অলপ দূৰ গৈ তলৰ পৃথিবীখনত ৰাতিৰ

সাৰসুৰ নোহোৱা দৃশ্য দেখি উলটি গৈ বাঁহনিত সোমাই পৰে। আমাৰ বাঁহনিখন জানিবা এখন চৰাইৰ সংসাৰ। তাতে সিহঁত জন্মিছে, ডাঙৰ হৈছে আৰু তাতে মৰিছেও। কেতিয়াবা কাউৰীৰ মৰাশ একোটাহঁত বাঁহনিৰ তলত পৰি থকা দেখা পাওঁ। মনটোত বৰ বেয়া লাগে। লগৰ কাউৰী বোৰে সেই দিনা বৰ চিঞৰি থকা শুনো। সেই সংসাৰৰ ভিতৰতে আকৌ বেলেগ বেলেগ একোখন গাওঁ, চুবুৰী, জিলা মহকুমাও আছিল। বগলীবোৰৰ এখন, কাউৰী বোৰৰ এখন, শালিকাবোৰৰ এখন। চৰাইবোৰ দিনটো "দিশে দিশে" গুচি গ'লে বাদুলিবোৰে কলমটিয়াই বাঁহনিখন ৰখি থাকে। গধূলি চৰাইবোৰ ঘূৰি অহা দেখি-লেই সিহঁতে বহল বহল পাখি মেলি উৰি লৰ মাৰে। ফেঁচা আৰু দিন-কণা নামৰ চৰাইহঁত গধূলি ওলাই যায়। চৰাইৰ সংসাৰখনত তেনেকুৱা এটা শৃঙ্খলা আছে।

চৰাইবোৰৰ বাহিৰেও বাঁহনিত তলে তলে নেউল, কেৰ্কেটুৱা, জহামাল আৰু শিয়াল আছিল। পাকৈচোৰা নামৰ চৰাই এটাই যেতিয়া মাতে, তেতিয়া নিজান পথাৰৰ ওপৰেদি তাৰ মাতটো বহুত দূৰলৈকে যায়। কেৰ্কেটুৱাবোৰ কেনে পটুভাৱে বাঁহৰ ওপৰলৈকে বগাই যায় চাবলৈ বৰ ভাল। নেউলবোৰেও ইমান বেগাই লৰিবযে পাৰে, আচৰিত লাগে। জহামালবোৰ দুৰৈৰ পৰাই হেনো গোন্ধায়, কিন্তু সিহঁত বহুত নিলগত থাকে।

যিদিনা ৰাতি বাঁহনিখনত বেছিকৈ কেৰকেৰ মেৰমেৰ শব্দ ( মঙ্গলবাৰে-শনিবাৰে বেছি ) হয়, তাৰ পাছদিনা আমি বাঁহনিৰ এডাল দুডাল বাঁহ মাটিত বাগৰি পৰি থকা দেখোঁ। আমাৰ বুঢ়াসকলে দেখুৱায়—চা, সেয়া কালি ৰাতি ভূতে বাঁহ কেডাল পেলাই থৈ গৈছে।

কিন্তু ভূতক আৰু কোনোদিনে দেখা নাপালোঁ। কবিৰ ভাষাত কবলৈ হ'লে, তোমাৰ হাতেৰে গথঁা মালাধাৰ পালো, কিন্তু হে সুন্দৰী, তোমাক, আৰু দেখা নাপালোঁ। সৃষ্টিখন চকুৰ আগত সদায় দেখিলো, কিন্তু স্রষ্টাক আৰু দেখা নহ'ল। ৰাতি ভূতৰ শব্দ শুনিছো, দিনত তাৰ কৰি যোৱা অদ্ভূত কাম দেখিছো, কিন্তু তাক হলে আৰু দেখা নাই। ভূতে পেলাই যোৱা বাঁহডাল চায়েই ভূতৰ মহত্ব আমি কল্পনা কৰি লৈছিলো।

বাঁহগছৰ উপকাৰিতাৰ বিষয়ে বহুত কথাই জানিলোঁ। তাৰে কাঠী-কামী কৰি খৰাহী-বিচনী বৈ পাঠশালাত দেখুৱাবও লাগিছিল। কিন্তু দেউতাই কাটি নিয়া সেই এছাৰি কেইডাল! সেই কেইডালৰ কথা মনত পৰিলে বাঁহনিখনক বৰ নিৰ্দ্দয় যেন লাগিছিল। সঁচাকৈয়ে বাঁহনি ভূতৰ আশ্ৰয় স্থল। জোনাকত সাঁৰ পাই চৰাইবোৰ উৰি যোৱাৰ কাৰণো বহুত দিনলৈকে, সেইবাবে ভূতৰ দৌৰাত্ম্য বা উৎপাত বুলিহে ভাবিবলৈ বাধ্য হৈছিলোঁ।

মানুহে ফুল ভাল পায়। কিন্তু বাঁহনিৰ এনে দুৰ্দ্দশা যে তাৰ ফুলক মানুহে অমঙ্গল বুলি ভয় কৰে। বাঁহত

ফুল ফুলাটোও এটা ভৌতিক কাণ্ড বুলি আমি ধৰিছিলোঁইক। সেই বাঁহনিৰ এছাৰি কেইডাল হাতত ললেই যেন তাৰ স্পৰ্শতে আমাৰ দেউতা ভূত বা দৈত্যলৈহে ৰূপান্তৰিত হৈছিল। সেই সময়ত, হাফলু তলত থকা বিক্ৰমাদিত্যৰ সিংহাসনত বহা গৰখীয়া ৰজাৰ সুবিচাৰৰ কাহিনীটো পঢ়িছিলোঁ। তাৰ প্ৰভাৱ আমাৰ মনত সোমাইছিল। সেই বাবে ভাবিছিলোঁ, বাঁহনিখন নথকা হলে। পাছত কলেজত যেতিয়া "বৰফুকনৰ গীত" পঢ়িছিলোঁ, তেতিয়া ৰঙ্গিলী কুঁৱৰীৰ বৰ্ণনাত "মকাল বাঁহৰ কঁকাল" উপমাই দিয়া সৌন্দৰ্য্যখিনি বুজিবলৈ বৰ টান পাইছিলোঁ।

আমাৰ ঘৰৰ ওচৰতে আছিল সৰু পাঠশালাখন। তাৰ পণ্ডিতকেজনেও সততে এছাৰিৰ ব্যৱহাৰ পৰাপক্ষত কৰিছিল। "চেকনীৰ আগত বিদ্যা"—এইটো তেওঁলোকৰ মূলমন্ত্ৰ আৰু বিশ্বাস আছিল। তেওঁলোকে পাঠশালালৈ আহোঁতে সদায় ঘৰৰ পৰা একোছা একোছা ভাল ভলুকা বাঁহৰ গোটা বা মকাল জাতি বাঁহৰ 'চিৰিপনি" এছাৰি কাটি আনিছিল। দৈব্যক্ৰমে যিদিনা আনিব নোৱাৰিছিল, সেইদিনা পাঠশালাৰে দুজনমান ল'ৰাক আমাৰ বাৰীৰ পৰা কাটি আনিবলৈ দিছিল। চেকনীৰ আগত বিদ্যা, লৰাক মাৰোঁতে মাৰোঁতে চেকনী ছিগি টুকুৰাটুকুৰ হয়, তেতিয়া চেকনীৰ আগৰ বিদ্যা থাকে ক'ত? সি পণ্ডিতৰ টিকনিৰ আগৰ ফুল নহয় যে সৰিলে মাটিত পৰিব! সৰস্বতী গোসাঁনীক বছৰৰ পূজাৰ দিনা পঞ্চম

ফুলৰ ওপৰতহে থিয় দি থকা দেখা পাইছিলোঁ; কিন্তু আমাৰ "মহাশয়" সকলেযে কেনেকৈ চেকনীৰ আগত বিদ্যা দেৱীক বহুৱাব পাৰিলে ভাবি নাপাইছিলোঁ। তেওঁলোকৰ চেকনী ছিগি যোৱাৰ লগতে বিদ্যা দেবীৰো নিশ্চয় অন্তৰ্দ্ধান ঘটিছিল। তেতিয়া পঢ়াশালিখন হৈ পৰে এখন 'যমালয়'। ল'ৰালুৰীবোৰৰ ভিতৰত কোনোবাটোৱে দেও পাৰি কান্দিছে, কোনোটোৰ চকুৰ পানীয়ে নাকৰ পানীয়ে একে হৈছে, কোনোৰ চিঞৰত গগণ ফাটিছে; পাণ্ডুতে অঙ্কৰ বহীত ৰুটা চিন দিয়া ডাঠ ৰঙা চিএগ্ৰাহীৰ দৰে কোনোৰ হাত-ভৰিৰ পৰা শোণিতৰ নিজৰা বৈছে সঁচাকৈয়ে পঢ়াশালি খনত তেতিয়া ভূত লম্ভে। বহুত ল'ৰা-ছোৱালীয়ে আৰু সেই-দিনাৰ পৰা এই ভূতৰ ঠাইখনলৈ আহিবলৈ ভয় পায়। ঘৰত গৈ, উপযুক্ত ভাষাৰে মুখ ফুটাই ক'ব নোৱাৰিলেও আকাৰে ইঙ্গিতে মাক-বাপেকক বুজায়—"তোমালোকে ভূত থকা বাঁহনিথনলৈ যে আমাক যাবলৈ নিদিয়া, কিন্তু ভূত-লম্ভা পঢ়াশালিখনলৈনো কিয় যাবলৈ দিয়া?"

——

# জুই আৰু তাৰ্কিক

প্ৰথম তাৰ্কিক। সৌ যে দুনল আঁতৰত ঘৰ কেইটাত দমদমকৈ জুই লাগিছে, তাতে কিমান মানুহ আছিছে চোৱাঁ। কিছুমানে পানী ঢালি জুই নুমাবলৈ যত্ন কৰিছে, আন কিছুমানে বস্তু বাহানিবোৰ যিমান পাৰে উলিয়াইছে। আন কিছুমানে কেৱল দৃশ্য চাইছে আৰু কিবাকিবি কথা পাতিছে। এই ৰাতিখন নোহোৱা হলে নিশ্চয় আৰু বহুত মানুহ আহিলহেতেন। জুই নুমুওৱা, বস্তু উলিওৱা কাম বৰ সোনকালে হৈ উঠিলহেতেন। এতিয়া ৰাতি যিবোৰ মানুহ আহিছে, সিহঁতৰ বহুতৰ চকুত এতিয়াও টোপনিজাল লাগিয়েই আছে, কিছুমানে আকৌ 'সপোন দেখিছোঁনে কি' বুলি চকু মোহাৰিছে। যিবোৰ প্ৰকৃত জাগ্ৰত, সিহঁতেও কৰ্ত্তব্যৰ কাৰণে হাত নেমেলি আন্ধাৰৰ আঁৰ লৈ নিষ্ক্ৰীয় ভাৱে আছে। দিনৰ পোহৰত হলে ইহঁত আটাইবে মুখবোৰ দেখা গলহেঁতেন, আৰু তেতিয়া কোনেও মুখ লুকুৱাই কাম নকৰাকৈ থাকিব নোৱাৰিলেহেঁতেন। এয়া জুই পোহৰে সিহঁতৰ মুখ সম্পূৰ্ণ কৈ উজ্জ্বল কৰিব পৰা নাই।

দ্বিতীয় তাৰ্কিক। তাৰ মানে তুমি ক'ব খুজিছা যে এতিয়া ৰাতি জুই লাগিব নালাগিছিল, দিনত লগা হলে ভাল হ'লহেঁতেন। কিন্তু মই কওঁ, ৰাতি জুই লগাটোহে ভাল

হৈছে। কাৰণ, ৰাতিৰ জুই বহুত দূৰলৈকে দেখি আৰু বাঁহ-কাঠবোৰ ফুটাৰ সেয়া মটৰ মটৰ শব্দ নিশ্চয় এতিয়া ৰাতি বহুত দূৰলৈকে গৈছে। তাতে ৰাতি সকলো মানুহেই কামৰপৰা আজৰি হৈ থাকে, গতিকে জুই দেখা পোৱা মাত্রকতে নুমাবলৈ লৰি আহিব পাৰে। দিনৰ পোহৰৰ ভিতৰত জুইৰ শিখাবোৰ সিমান দূৰৰ পৰা দেখাও নাযায় আৰু বাঁহ-কাঠ ফুটাৰ শব্দ দিনৰ কোৰ্হালৰ ভিতৰত বেছি দূৰলৈও নাযায়। তাৰ উপৰি মানুহবোৰ নিজৰ নিজৰ কামত লাগি থকাৰ কাৰণে জুই নুমাবলৈ সাউৎকৰে আজৰি কৰি আহিবও নোৱাৰে। এতেকে মোৰ মতেৰে এতিয়া ৰাতি জুই লগাহে ভাল হৈছে।

১ম তাৰ্কিক। কিন্তু আমাৰ বচন আছে মনত নাইনে—বোলে, "দিনৰ পৰ্ব্বত ৰাতিৰ জুই, তাক নেখেদি থাকিবা শুই।" গতিকে, বহুত দূৰৰপৰা দেখিলেও আৰু বাঁহ ফুটা শুনিলেও বা আজৰি হৈ থাকিলেও ৰাতি জুই খেদি কেতিয়াও নাহে। ওচৰত জুই লাগিলেও দূৰৈত লাগিছে বুলি পুৰণি বচন মানি শুই থাকে। গতিকে ৰাতি জুই লগাৰ পৰা লাভ নাই।

২য় তাৰ্কিক। নহয়, নহয়। তুমি কথাটো ওলোটাই কৈছা। ৰাতি জুই খেদি বহুত দূৰলৈ যায় কাৰণেই সেই বচন দিয়া হৈছে। কিন্তু বচন বচন হৈয়ে থাকে। দৰকাৰৰ সময়ত মানুহে বচন-ফচন একো নামানে। তাতে ৰাতিৰ জুই

দেখি দূৰৰ হলেও অগ্নি ওচৰতে বুলি মানুহৰ ভ্ৰম হোৱা অতি স্বাভাৱিক। এই ভ্ৰমৰ কাৰণেই মানুহে ৰাতি জুই দেখিলে নেখেদাকৈ নাথাকে।

১ম তাৰ্কিক। তথাপি, বহুতে আহিবলৈ ইচ্ছা কৰিলেও ৰাতিৰ আন্ধাৰ, অকলশৰীয়া অৱস্থা, বাট-পথ নজনা-নুশুনা আদিৰ কাৰণে নহাকৈ থাকিব পাৰে। তাৰোপৰি সৰু ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহবোৰ জুই চুমাবলৈ মন গলেও ৰাতি অহাটো টান। এতেকে ৰাতি জুই লগাটো বৰ অন্যায় কথা।

২য় তাৰ্কিক। বাৰু সৰু ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহৰ কথাটো বাদ দিয়াচোন। অকল মতা মানুহ যিমানবোৰ আহি পৰিব, তাৰ মাজত লৰা লুৰী, তিৰোতাৰ অনুপস্থিতি বা অভাবটো কোনেও অনুভৱ নকৰে। মানুহ যিমানবোৰ দূৰণিৰ পৰা আহে, সকলোৱেই সকলোৰে অকলশৰীয়া আন্ধাৰ বাটত লগ হৈ পৰে। বাট-পথ আগৰে পৰা চিনিবৰ দৰকাৰ নাই—কাৰণ সেই সময়ত সকলো জুই লগাৰ ফালেই লৰে। যি বাটেই যোৱা, সেই বাটেই জুইলগা ঠাই পাবাগৈ। গতিকে ৰাতি জুই লগাটো একো বেয়া নহয়। দিনত লাগি-লেহে বৰং বহুত অসুবিধা আছে। কাৰণ মানুহবোৰ সাউৎকৰে বাটেদি যাব নোৱাৰে—দিনত মানুহৰ ভিৰ বেছি। তাৰোপৰি ৰাতিৰ আন্ধাৰত মানুহে নিজৰ গাৰ সাজ-পাৰ, মূৰৰ চুলি, ভৰিৰ জোতা ঠিক আছেনে নাই, তালৈ লক্ষ্য নকৰাকৈ

জুই লগালৈ লৰ মাৰে। দিনত হলে পোহৰৰ আগত মানুহৰ লাজ-সম্ভ্ৰম আহি পৰে। ভদ্ৰলোকসকলে ভৰিৰ জোতা, গাত কোট-কামিজ, পেণ্ট-পায়জামা, ভাল ধুতী, ভালকৈ ফণিওৱা মূৰ নহলে কেতিয়াও এখোজকে নিদিয়ে। 'কিন্তু এতিয়া ৰাতি সৌ গোটখোৱা মানুহৰ অশৃঙ্খল সাজেৰে অহা বেছি ভাগেই দিনৰ "ভদ্ৰলোক"হে। এই ধৰণৰ সাজৰ সৈতে তেওঁলোকে জুই হুমুওৱা, বস্তু উলিওৱা আদি "কুলী-কাম"বোৰ কৰিবলৈ বেয়া পোৱা নাই। দিনত হলে নিশ্চয় পিচ হুহঁকি থাকিলহেতেন।

১ ম তাৰ্কিক। দিনত গা'জৰা কাম কৰা "মজুতুৰে" ইতো যথেষ্ট পোৱা গ'লহেঁতেন। গতিকে এইবোৰ কাম কৰাৰ কাৰণে দিনত একো চিন্তা কৰিব নালাগিলহেঁতেন। আৰু এটা কথা—ৰাতি জুয়ে পুৰি পেলোৱা ঘৰবোৰ ৰাতিপুৱাই যিবোৰ মানুহে শুই উঠি আহি দেখা পায়, তেওঁলোকৰ কাৰণে সেইটো বৰ অশুভ কথা। কিন্তু দিনত পুৰিলে গধূলি আহি পৰাত ৰাতিৰ বুকুত সেই দৃশ্য লুকাই পৰে। গতিকে যাত্ৰাৰ আৰম্ভণিতে কোনেও সেই অমঙ্গলীয়া দৃশ্য দেখিব নালাগে। দিনত জুই লাগিলে এইবোৰ বহুত সুবিধা আছে।

২য় তাৰ্কিক। কিয়, ৰাতি জুই লাগিলেহে ৰাতিপুৱাই আকৌ নতুন খেৰ-বাঁহ বিচাৰি আনি নকৈ ঘৰ-দুৱাৰ সাজি তুলিবহি পাৰে। দিনত লাগিলে আৰু গধূলি সেইবোৰ ক'ত পোৱা যাব?

১ম তাৰ্কিক। বাৰু, বাৰু। সৌৱা জুই নুমাই আহিছে, আমি এতিয়া ঘৰলৈ যাওঁহঁক ব'লা। ইস্, বহুত ৰাতি হ'ল! এই টোপনি ক্ষতি আকৌ বা কেনেকৈ পূৰোৱা হয়!

২য় তাৰ্কিক। জুই নুমুৱাত লাগি থাকি টোপনি ক্ষতি হ'ল বুলি কাইলৈ ছুটী লোৱা হ'ব। এনেকুৱা "ছ'চিয়েল ৱৰ্ক" কৰিও ছুটী নাপামনে আৰু?

# ডাঙৰ মানুহ

কাপোৰ বেপাৰী এজনে কাপোৰ বেচিবলৈ আহিছিল। মই কলোঁ, তোমাৰ কাপোৰবোৰ ভাল নহয়, ল'ব নোৱাৰোঁ। তেতিয়া তেওঁ গহীন হৈ উত্তৰ দিলে—"আপুনি বেয়া বুলিলে কি হ'ব? বহুত ডাঙৰ ডাঙৰ মানুহে ভাল বুলি ইমান ইমান (হিছাপ দিলে) কাপোৰ লৈছে।" মই সুধিলো, কোন কোন ডাঙৰ মানুহ? (ইতিমধ্যে মই বুজি গৈছিলো যে মই সেইসকলৰ তালিকাৰ ভিতৰত নপৰিলোঁ!) বেপাৰী জনে জনচেৰেকৰ নাম উল্লেখ কৰিলে।

প্ৰকৃততে সেই 'ডাঙৰ মানুহ' কেইজনে বেপাৰীজনৰ পৰা কাপোৰ লৈছিলনে নাই নাজানোঁ। কিন্তু মোৰ ধাৰণা

লোৱা নাছিল। কাৰণ সেই ধনাঢ্য ডাঙৰ মানুহসকলে এনে সামান্য কাপোৰ ল'বৰ কোনো দৰকাৰ নাই—তেওঁ-লোকৰ কাৰণে দেশবিদেশৰ উচ্চ খাপৰ সকলো কাপোৰ যোগাৰ হৈছে। সেইটো বেপাৰীৰ ভাবুকিহে। 'ডাঙৰ মানুহ'ৰ নামত এইদৰে এই ঠাইত বহুতে নিজৰ কাম চলায়।

কোনো জনে ভাবুকি দি কয়, "মই ডি-চিলৈ ফোন কৰি এই খবৰটো পালো।" ইয়াৰ দ্বাৰা তেওঁ নিজে 'ডাঙৰ' অৰ্থাৎ ডি-চিৰ সমনীয়া—এইটো প্ৰমাণ কৰিবলৈ বিচাৰে। ধনৰ ফালৰ পৰা ডাঙৰ সঁচাকৈয়ে দুই-চাৰিজন যে নাই, এনে নহয়। প্ৰকৃত ডাঙৰ মানুহজনৰ ঘৰলৈ অহাযোৱা কৰি, বন্ধুত্ব গঢ়ি, কিবা পেহা-দদাই আদি ধৰণৰ ক্ষীণ সম্বন্ধ এটাকে স্পষ্ট কৰি, একেলগে মটৰ গাড়ীত চৰি, চিনেমা থিয়েটাৰ চাই 'ডাঙৰ মানুহ' বোলোৱা এদল আছে।

গতিকে এই ঠাইত প্ৰকৃত ডাঙৰ মানুহ আৰু কৃত্ৰিম ডাঙৰ মানুহৰ পাৰ্থক্য বাহিৰৰ সাজপাৰ, কথাৰ গাম্ভীৰ্য্য আৰু অন্যান্য গম্ভীৰ চাল-চলন দেখি বুজি-বলৈ অনেক সময়ত টান হৈ পৰে। ধাৰত ডিঙি-লৈকে পোত গ'লেও কোনোজনে ডাঙৰ মানুহ বোলাবলৈ ল'ৰা-ছোৱালীৰ বিয়া পাতে জমিদাৰৰ বিয়াৰ দৰে, ঘৰ সজায় কাৰেঙৰ মডেল কৰি, পাৰিলে মটৰ গাড়ী এডুখৰিও দৌৰাই ফুৰিবলৈ ইচ্ছা কৰে—যদিও তাৰ পেট্ৰলৰ খোৰাক মাহটোৰ কাৰণে যোগোৱা টান হয়।

যোৱা মহাযুদ্ধৰ সময়ত পৃথিবীৰ নানা ঠাইৰ মানুহ আহি আমাৰ এই ঠাই ভৰপূৰ হৈ পৰিছিল। আমেৰিকাৰ সৎ মনৰ নিগ্ৰো ভদ্ৰলোক জনচেৰেকৰ লগত মোৰ পৰিচয় হৈছিল। এজনক এদিন আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিছিলোঁ। মোৰ ভাই এজনে গৰমত কিবা কাম কৰি ফুৰোঁতে ঘামিলত গুদা গাৰেই ওলাই আলহীজনক পানী এগিলাছ দিছিলহি। তেওঁৰ গাত আন আভৰণ নাথাকিলেও লগুণ এডাল হলে আছিল। আমেৰিকান আলহীজনে সুধিলে—এইডাল কি পিন্ধিছে? মোৰ ভায়ে গহীন হৈ উত্তৰ দিলে—এইডাল পবিত্ৰ সূতা ( sacred thread )। "এইডাল কিয় পিন্ধিছা?" "আমি ব্ৰাহ্মণ, ব্ৰাহ্মণ সকলো মানুহতকৈ ডাঙৰ; সেইবাবে আন মানুহতকৈ সুকীয়া দেখুৱাবলৈ এই ব্যৱস্থা।" মোৰ ভায়ে ব্যাখ্যা কৰিলে। নিগ্ৰো ভদ্ৰলোক গৰাকী আচৰিত হৈ যোৱা যেন দেখালে। তেওঁ মোৰ মুখলৈ চালে আৰু ভদ্ৰতাৰে ধীৰে ধীৰে ক'লে—"আপুনি বেয়া নাপায় যদি মই মোৰ অনুভূতি এটা প্ৰকাশ কৰিব খুজিছোঁ।" মই কলো —"নিশ্চয় নিশ্চয়। বিনা দ্বিধাই কওক।" তেওঁ কৈ গ'ল— "মই এই অসম দেশলৈ আহি এটা কথা মন কৰিছোঁ, আৰু আচৰিত হৈছোঁ। ইয়াত যাকে য'ত লগ পাইছোঁ আৰু তেওঁলোকৰ ইতিবৃত্ত সুধিছোঁ, তাতে জানিব পাৰিছোঁ যে ইয়াত প্ৰত্যেকেই 'ডাঙৰ মানুহ'। কোনো সক নাই।"

মই অসন্তুষ্ট হৈছোঁ নেকি, মোৰ মুখলৈ চাই তেওঁ

আশ্বস্ত হৈ আকৌ কৈ গ'ল—"মই নাজিৰাত অলপদিন আছিলোঁ। তাত কেজনমান আহোম মানুহক পালোঁ। তেওঁলোকে ক'লে, অসম দেশৰ সকলো মানুহতকৈ তেওঁলোকেই ডাঙৰ; কাৰণ ছশ বছৰৰ কাৰণে তেওঁলোক এই দেশৰ ৰজা আছিল; আৰু সকলোতকৈ অসাধাৰণ কাৰণে তেওঁলোকক এই দেশৰ মানুহে 'অসম' বুলিছিল। মই অলপ দিন শদিয়াতো আছিলোঁ। তাত কেজনমান মানুহ পালোঁ, তেওঁলোকৰ উপাধি চুতীয়া। তেওঁলোকে ক'লে—অসমত তেওঁলোকেই আটাইতকৈ ডাঙৰ মানুহ। মহাভাৰতৰ দিনৰ পৰাই তেওঁলোক ডাঙৰ হৈ আহিছে, কোনোবা ভীষ্মক বোলা তেওঁলোকৰ বংশৰ ৰজা এজনৰ জীয়েকক হেনো ঈশ্বৰ কৃষ্ণই বিয়া কৰাইছিল। আহোমবিলাকৰ হাতত ৰাজ্য হেৰুৱালেও এওঁলোকৰ গৌৰৱপূৰ্ণ মহত্ব হেনো আজিও আছে।

"ডিমাপুৰত থাকোঁতে মই কছাৰীসকলৰ ধ্বংসাৱশেষ দেখিলোঁ। এজন কছাৰী মানুহে ক'লে—এসময়ত গোটেই খন অসমেই তেওঁলোকৰ ৰাজ্য আছিল। মহাভাৰতৰ যুদ্ধত হেনো তেওঁলোকৰ ৰজা এজনে (ঘটোৎকচ) বৰ ডাঙৰ বীৰত্ব দেখুৱাই গৈছে। এতিয়াও কছাৰীৰ সেই গৌৰৱ ধ্বংস হোৱা নাই। প্ৰকৃততে অসমত তেওঁলোকেইহে ডাঙৰ মানুহ।

"কামৰূপ আৰু গোৱালপাৰাত থাকোঁতে মই কোচ মেছ আদি মানুহ কিছুমানক লগ পাইছিলোঁ। তেওঁলোকৰ

ৰাজ্য হেনো এসময়ত বৰ ডাঙৰ আছিল। তেওঁলোকৰ নৰনাৰায়ণৰ দৰে ৰজা আৰু চিলাৰায়ৰ দৰে ডাঙৰ বীৰ হেনো এই দেশত আৰু নাছিল। কোচবিলাকেই হেনো প্ৰকৃততে ডাঙৰ মানুহ এই দেশত।

"নগাৰঁত থাকোঁতে কেজনমান মানুহ পালোঁ, তেওঁলোকৰ উপাধি ভূঞা। এওঁলোক এসময়ত সকলো জমিৰ অধিকাৰী আছিল। আৰু আচলতে বিখ্যাত কোচ ৰজাও এওঁলোকৰ জাতিৰহে। এই ভূঞাসকলৰ বংশতে বোলে মহাপুৰুষ এজনৰো জন্ম হৈছিল। এওঁলোক শাৰীৰিক আৰু মানসিক সকলো গুণতে ইয়াৰ সকলো মানুহতকৈ উচ্চ। এতিয়াও হেনো এই দেশৰ মানুহে এওঁলোকৰ বংশৰ মানুহক বিশেষভাবে সন্মান কৰে। ( মোৰ মনত পৰিল—"কণা হওক, কুজা হওক ভূঞাৰ পোৱালি।" )

"তাৰ পাচত মই ঠায়ে ঠায়ে কিছুমান মানুহক লগ পাইছোঁ যাৰ উপাধি কলিতা। তেওঁলোক হেনো এই দেশৰ প্ৰাচীন অধিবাসী ( প্ৰাচীনতম হ'বও পাৰে )। তেওঁলোকৰ ৰাজ্যও হেনো গোটেইখন বিয়পি আছিল। 'সাম্ৰাজ্যবাদী' আৰ্য্য-হিন্দুসকলৰ আগমনৰ লগে লগে হেনো এওঁলোকৰ উজ্জ্বলতা নাইকিয়া হৈ গৈছে—কিন্তু সেয়া দেখাতহে। প্ৰকৃততে এই দেশত সকলো কথাৰ কাৰণে এওঁলোকেই লেখৰ মানুহ এতিয়াও হৈ আছে। গতিকে এওঁলোকেই এই দেশত আটাইতকৈ ডাঙৰ মানুহ।"

নিগ্রো ভদ্রলোক গৰাকী অলপ থমকিল আৰু মোলৈ চাই ক'লে—"আপুনি আমনি পোৱা নাইতো? মোৰ কথা-বোৰ শুনি বেয়া নাপাব মই মুকলিকৈ মোৰ অনুভূতি-খিনিহে আপোনাৰ আগত কৈছোঁ—কাকো অপমান কৰিব খোজা নাই। কাৰণ এতিয়ালৈকে মই প্ৰকৃততে ধৰিবই পৰা নাই এই দেশতনো কোন ডাঙৰ মানুহ আৰু কোন সৰু মানুহ।" তেওঁ কৈ গ'ল—"এতিয়া আপোনাৰ ভায়েকৰ মুখৰ পৰা শুনি জানিলোঁ যে ব্ৰাহ্মণসকলেইহে এই দেশত সৰাতোকৈ ডাঙৰ মানুহ। এওঁলোকৰ বিষয়ে অৱশ্যে মই আগৰ পৰাই শুনি আহিছিলোঁ। এওঁলোক এনেয়ে "আৰ্য্য", তাতে আকৌ হিন্দুৰ বৰ্ণসমূহৰ ভিতৰত 'সৰ্বশ্ৰেষ্ঠ' বুলি কয়। এওঁলোকে হেনো আগৰ ধৰ্মশাস্ত্ৰ, জ্ঞানপুথি (বেদ আদি) বিলাকৰ ৰক্ষক আছিল। তেজত, বিদ্যাত "ঈশ্বৰত্ব গুণ"ত এওঁলোক সকলোতকৈ 'ডাঙৰ মানুহ'। এতিয়া মই দোধোৰমোৰত পৰিছোঁ,—ক'ব পৰা নাই বাস্ত-ৱিকতে এই দেশত ডাঙৰ মানুহ কোন?" আমেৰিকান নিগ্ৰো এজনৰ চকুত যিটো কথা পৰিল সেইটো বহুত দিনৰ পৰাই মোৰ মনত খেলাই আছিছিল। গতিকে তেওঁ কৰা ধৰণৰ প্ৰশ্নৰ উত্তৰ এটা মোৰ মনত সাজু হৈ আছিল। মই ক'লোঁ—"এৰা, এই দেশত সকলো মানুহেই ডাঙৰ, ইয়াত সৰু কোনো নাই। ধৰক, এইখন ডাঙৰ মানুহবেই দেশ।"

এৰা, এই দেশত সৰু কোনো নাই। যাৰ ধন আছে

তেৱোঁ ডাঙৰ, যাৰ ধন নাই তেৱোঁ ডাঙৰ। কোনো কামত ডাঙৰ, কোনো কথাত ডাঙৰ, কোনো ভাবত ডাঙৰ। কোনো জ্ঞান-বিদ্যাত ডাঙৰ, কোনো মূৰ্খামিত ডাঙৰ; কোনো অতীত গৌৰৱৰ কাৰণে ডাঙৰ, কোনো বৰ্তমানৰ সমৃদ্ধিৰ কাৰণে ডাঙৰ আৰু কোনো ভৱিষ্যতৰ পৰিকল্পনাত ডাঙৰ॥

# উপকাৰ

মই বুদ্ধদেৱ, মহম্মদ বা যীশুখৃষ্টৰ দৰে চিৰকালৰ মানুহৰ উপকাৰ কৰি থৈ নাযাব পাৰোঁ, কিন্তু সামান্য শক্তিৰে জানি বা নাজানি কিমান মানুহৰ উপকাৰ দিনৌ কৰিব লাগিছোঁ তাৰ সংখ্যা এতিয়া তৎমুহূৰ্ত্তে দিবই নোৱাৰোঁ। মাত্ৰ দুই চাৰিৰ কথাহে উল্লেখ কৰিম।

মই গৰ্ভস্থিত হৈয়ে প্ৰথমে মোৰ আইৰ মাতৃত্ব প্ৰকাশৰ সহায় হৈ উপকাৰ কৰিলোঁ। ভূমিষ্ঠ হৈ পিতাৰ মনত আনন্দ দিলোঁ—কাৰণ তেওঁ নৰকত আৰু পৰিব নালাগে,—মোৰ পৰা পিণ্ড আশা কৰিব পাৰে। আমাৰ ঘৰৰ ধাইজনী! তাইৰ বেতন লাভ হ'ল মোৰ আইক প্ৰসূতিশয্যাত সেৱা-শুশ্ৰূষা কৰি। মই ক্ৰমে ডাঙৰ হৈ যোৱাৰ লগে লগে

মোক ৰাখিবলৈ, ওমলাবলৈ লিগিৰী এজনী লগা হ'ল। এইদৰে তাইক চাকৰি দিলোঁ। মোৰ ককাই এজন আছিল, তেওঁৰ ওমলাৰ লগৰীয়া মই হ'লত তেওঁৰ সুখ বাঢ়িল। মোৰ শিক্ষকসকলে মোক লৈ আশা কৰিলে—ভবিষ্যতে তেওঁলোকৰ সুনাম বিস্তাৰ কৰিব পাৰিম বুলি।

এতিয়া ডাঙৰ হ'লত সেই আশা কৰা সকলৰ আশা পূৰণ কৰিব পাৰিছোনে নাই কব নোৱাৰোঁ, কিন্তু লগে লগে আৰু অসংখ্য লোকৰ যে উপকাৰ প্ৰতি ক্ষণতে কৰি থাকিব লাগিছো তাক কৈ ওৰ নাপাওঁ। মই যিজন এজেণ্টৰ পৰা বাতৰি কাকত লওঁ তেওঁ মোৰ দৰে এজন নিয়মীয়া বৰঙণি দিয়া গ্ৰাহক পাই বৰ ৰং কৰে। মই মাহেকত অন্ততঃ একুৰি চিঠি দিওঁ—মোৰ পৰা ডাক বিভাগে কিমান খিনি উপকাৰ পাইছে! মোৰ গুৱাল, মোৰ নাপিত, মোৰ ধুবী, মোৰ ৰুটিৱালা, খৰি-পানী যোগনীয়াৰ—এই আটাই-বিলাকক জানো মই দৈনিক উপকাৰ কৰি থকা নাই? দৈনিক কতবাৰ ট্ৰাম আৰু বাচৰ কৰ্ত্তাসকলৰ উপকাৰ কৰি আছোঁ--সেইবোৰত অহাযোৱা কৰি! তাৰোপৰি ৰেলগাড়ী জাহাজ, আকাশীযান এইবোৰক সময়ে সময়ে কম উপকাৰ কৰিছোঁ নে—সেইবোৰৰ এজন প্ৰথম শ্ৰেণীৰ যাত্ৰী হৈ? আন কত সময়ত ৰিক্সাৱালা আৰু টেক্সিৱালাই মোৰ পৰা উপকাৰ পাইছে। মিউনিচিপেলিটি, চৰকাৰৰ ৰাজহ বিভাগৰ এইবোৰে জানো নিচেই সামান্য বৰঙণি মোৰ পৰা পাইছে।

সামান্য জুইছলাৰ দৰে বস্তু এটি কিনোতেও লগত একেৰি কৰ শোধাই চৰকাৰক নিমিষে নিমিষে কম উপকাৰ কৰিছোঁনে ?

মোৰ ইন্সিঅ'ৰ ( বীমা ) কৰাই কেইজন বীমা-এজেণ্টে এতিয়াও কমিছন ভোগ কৰি আছে !

আপোনালোক আটাইকে নিমন্ত্ৰণ কাৰবলৈ সুবিধা নহ'ল, বোধ নাপাব মোৰ সেইদিনা বিয়া হৈ গ'ল। সমূহ পৃথিবীৰ বাইজ নহ'লেও মই থকা প্ৰায় গোটেইখন চহৰৰ লোকক সেইদিনা আপ্যায়িত কৰিলো। এদিনৰ বাবে হলেও তেওঁলোকক এটা সুখাদ্য মই দিব পাৰি নিজেই ধন্য। নিমন্ত্ৰিত অতিথিসকলৰ বাহিৰেও অনিমন্ত্ৰিত কত খোৱনীয়া-মগনীয়াকো উপকাৰ কৰা হ'ল সেইদিনা ! গাখীৰ ঘিঁউ আৰু মিঠাইৰ কণ্ট্ৰেক্ট লোৱাজনক দেখাদেখিকৈ আৰু নেদেখাকৈ কিমান পৰিমাণৰ উপকাৰ কৰা হ'ল তাৰ হিচাপ তেওঁৰ হাততহে। টিনপাত-চকী-বেঞ্চ দলিছা আদি ভাড়া দিয়া জনকো উপকাৰ ভালকৈয়ে কৰা হৈছে। ইলেক্ট্ৰিক-লাইট আৰু আন'ক "মাইক"ৰ ঠিকাদাৰ কেইজনেও কমখিনি উপকাৰ পাইছেনে ? বহুতে নিজা নিজা সাজপোছাক, ভেম আদি আনক দেখুৱাবলৈ মোৰ বিয়াখন কিমান উপকাৰত আহিল ! কিন্তু আচল উপকাৰ তাতকৈও বিশেষকৈ এজনকহে কৰা হ'ল। তেওঁ হৈছে মোৰ শহুৰ। তেওঁৰ কন্যাক গ্ৰহণ কৰি মই তেওঁক মৃত্যুৰ মুখৰ পৰাহে যেন উদ্ধাৰ কৰিলো !

আৰু কন্যাক ? গোটেই জীৱন জুৰি শুবলৈ মই যেন তেওঁৰ কাঠৰ পালেংখনহে ! বিয়াৰ পাছত হেনো ছোৱালীবোৰ চিন্তা-শূন্য হয়—এজনে কৈছিল। এতিয়া মোৰ পত্নী যদি চিন্তা-শূন্যা হ'ল, তেন্তে কাৰ বহুত ? এটা আশ্ৰয়হীন আত্মাৰ মই আশ্ৰয় হ'লো। ইয়াৰ পাছত মোৰ ল'ৰা-ছোৱালী, নাতি-পুতি কিমানৰ যে উপকাৰ কৰিবলৈ বাকী আছে ! এইদৰে হিচাপ কৰি গৈ থাকিলে পামগৈ যে মই জানি বা নাজানি প্ৰায় গোটেই পৃথিৱীখনকেই উপকাৰ কৰিছোঁ। তেন্তে মইনো যীশুখৃষ্ট, বুদ্ধদেৱ আদিতকৈ কোনগুণে কম ? দেখিছোঁ যে গোটেই জীৱনটো আচলতে মই উপকাৰ কৰিয়েই কটাব লগা হৈছে। মৰিওযে মই বহুতৰ উপকাৰ কৰি যাম ই নিশ্চিত। শ্মশানৰ মন্ত্ৰ গোৱা পুৰোহিতজনৰ পৰা আৰম্ভ কৰি মোৰ শ্ৰদ্ধালৈ নিমন্ত্ৰিত হোৱা প্ৰতিজন অতিথিৰেই মই উপকাৰ কৰি যাম। মোৰ মৃত্যু বা বিদায়েৰে মোৰ ল'ৰাহঁতক মই স্বাৱলম্বী— হবলৈ— শিকাই যাম। সিহঁত এৰি যোৱা সা-সম্পদ সিহঁতে ভোগ কৰিব পাৰিব।

মই উকীলখানাৰ আটাইতকৈ বেছি কেছ পোৱা বুঢ়া উকীল; মোৰ মৃত্যুৰ দ্বাৰা ন-ন কেছ নোপোৱা ডেকা উকীলহঁতৰ উপকাৰ হ'ব। সাহিত্য-শিল্প আদিৰ বহুমুখী প্ৰতিভাৰে এতিয়া মই দেশৰ আকাশ চাটি ধৰি আছোঁ, মোৰ মৃত্যুত ডেকা-ডেকেৰী ন লেখক-লেখিকাসকলে "স্কʼপ" পাব পাৰিব। মই জীয়াই থাকি বা মৰিও পৃথিৱীৰ মানুহৰ

উপকাৰেইহে কৰিছোঁ আৰু কৰি যাম। মানুহৰ বাহিৰেও আন জীৱ-জন্তু, গছ-গছনিৰ কিমান উপকাৰ কৰিছোঁ, তাৰ খেলৰ অন্ত নপৰে। মোৰ মৰমৰ এল্‌চেচিয়ানটোৱে কেনে নিশ্চিন্ত জীৱন মোৰ বাবেই কটাব পাৰিছে! মই উঠি ফুৰোঁ বাবেই মোৰ ঘোঁৰা 'আলেকজেণ্ডাৰ'ৰ জীৱনৰ সংস্থান মিলিছে। মই ফুল ভাল পাওঁ বাবে মোৰ ফুলনিৰ ডালিয়া-ক্ৰীশ্চেনথামাম-পপী আদি শত ফুলহঁতৰ আৰাম আৰু গপ• কি চাব! মই ত্যাগ কৰা নিশ্বাস উদ্ভিদ জগতৰ কি সহায় হৈছে বা কেনেকৈ সাপৰ অস্ত্ৰ-স্বৰূপ বিষ হৈ তাক শক্তিশালী কৰি তুলিছে—এইবোৰ কোৱা বাহুল্যহে। মই হৈ বা নহৈও সুকীয়া সুকীয়াজনৰ উপকাৰ জানো নাই কৰা? 'বাবু' হৈ মই মোৰ পিয়ন-বেহেৰা-ভৃত্য আদিৰ উপকাৰ কৰিছোঁ; আকৌ ৰাজ্য-সভা, লোক-সভা, বিধান-সভা কʼৰো এজনো সভ্য নহৈ বা মন্ত্ৰীত্ব পদ এটাও নলৈ আন কিছুমান লোকক জানো সেই দখল এৰি দি উপকাৰ কৰা নাই? মই ৰাজ্যপাল হোৱা নাই, ৰাষ্ট্ৰপতি হোৱা নাই; যদি হলোঁহেতেন তেন্তে এতিয়া যি কেইজন হৈ আছে, তেওঁলোক জানো হʼব পাৰিলেহেঁতেন? Positively আৰু negatively মইযে এজন জগতৰ উপকাৰী সেই বিষয়ে সন্দেহ নাই।

# ভেকুলী-বিয়া

ভেকুলীবিলাকে যোতিয়া বৰষুণ পাই বা নাপাই টোৰ্-টোৰাই থাকে, সেই টোৰ্টোৰণি শুনি কাৰ বাৰু টোপনি ধৰে, কাৰ বাৰু কৱিতা জাগে ? কিন্তু জাপানী কৱি এজনে এইদৰে লিখিছে ঃ

"এতিয়া মই সপোন দেখিম
বৰষুণৰ টুপ্‌টুপ্ শব্দত নিচুক গৈ
আৰু ভেকুলীবোৰৰ থৰকবৰক সুৰত ।"

জাপানী কৱিৰ কাৰণে ভেকুলী এটা বাদ দিবলগীয়া জীৱ নহয় । আকৌ আন এঠাইত লিখিছে ঃ

"মেলি তাৰ মুখখন
দেখুৱায় তাৰ গোটেই ভিতৰখন
কাৰণ সি এটা ভেকুলী ।"

এই ধৰণৰ পৰ্য্যবেক্ষণপূৰ্ণ ৰচনা শিল্পীদৃষ্টিসম্পন্ন জাপানী কৱিৰ পক্ষে অসম্ভৱ নহয় ।

ভেকুলীক ভেকুলী নামেৰে নহলেও অন্য কৱিতাসুলভ নাম দি আমাৰ অসমীয়া কৱিয়ে উল্লেখ কৰিছে ঃ "দাদুৰী ডাকিছে ঘনে··· ।" (ৰঘু চৌধাৰী—'বৰ্ষা') । বৰ্ষাৰ বৰ্ণনৰ লগত ভেকুলী অবিচ্ছেদ্যভাৱে নানান কৱিৰ ৰচনাত আছে । বিখ্যাত শ্ৰীপতিৰ মেঘমল্লাৰ গীতৰ এফাঁকিত আছে—"দাদুৰ বুলাৱন হৈ ···" ।

ভেকুলীটো দেখাত একো বিশেষ সৌন্দর্য্যপূর্ণ নহয়। তাৰ গাৰ গঠন বিশেষভাৱে অনাকর্ষণীয়। পাণ্ডবেঙৰ গাৰ বং অৱশ্যে কিছুদূৰ সহ্য কৰিব পাৰি, কিন্তু চুকভেকুলীৰ গাৰ খহুবোৰ কোনে ভাল দেখে? পানী-বেংবিলাকো বিশেষ চাবলগীয়া প্ৰাণী নহয়। এই তিনিবিধেই জানিবা প্ৰধান ভেকুলীবংশী। এইবোৰৰ বাহিৰেও বামুণীভেকোলা আদি দুই এবিধ ভেকুলী আমাৰ দেশত আছে। এখন পুথি-প্ৰদৰ্শনীত টাই (আহোম) ভাষাত লিখা পুৰণি পুথি এখন দেখিছিলোঁ। কোনো আশ্চৰ্য্য-কাণ্ড ঘটিলে দেশত কি অমঙ্গল হয় এই পুথিখনত তাৰ বিৱৰণসহ চিত্ৰ দিয়া আছে। এঠাইত এটা ভেকুলীয়ে সাপ এটা খাই থকাৰ চিত্ৰ আছে। এনে ঘটনা ঘটিলেও হেনো অমঙ্গল হয়। পিছে আমাৰ মনেৰে এইটো একো আচৰিত কথা নহয়। অনেক সময়ত ডাঙৰ ভেকুলীয়ে (ভেকোলাই) সাপ (সৰু) ধৰি খায়।

কবি তুৰ্বাৰ কথা-কৱিতা 'আনন্দ'ৰ ভিতৰত মানুহকেই ভেকুলীৰ লগত তুলনা কৰিছে। নতুন বৰষুণৰ পানী পাই ভেকুলীবিলাকে আনন্দত চিঞৰ-বাখৰ কৰাৰ দৰে খস্তেকীয়া সাংসাৰিক বং পাই উত্ৰাৱল হোৱা মানুহবিলাক।

গাঁৱলীয়া জীৱনত অৱশ্যে ভেকুলীক তাতকৈও ঘনিষ্ঠ কৰি লোৱা হৈছে। বিজ্ঞানৰ বাৰ্ত্তা নোহোৱা ঠাইত ভেকুলীয়েই বেৰোমিটাৰৰ কাম কৰি আহিছে। চুকৰ ভেকুলীটোৱেও

যেতিয়া মাত দি উঠিব তেতিয়া ঘৰৰ বুঢ়ীআইনীৰ গাত তত নাইকিয়া হ'ব—চোতালত মেলি থোৱা ধান আৰু খৰিখিনি লৰালৰিকৈ চপোৱাহে কথা, কিয়নো বৰষুণ যে অলপতে আহিব, সেইটো ধ্ৰুৱ। আকৌ তাতকৈও মজাৰ কথা ভেকুলীৰ বিয়া পতা। বহুদিন ধৰি বৰষুণ নাই, পথাৰ শুকাইছে, নাদ শুকাইছে, দেশত আৰু আকালহে মিলিল, উপায় নাইকিয়া মানুহহঁতে কি কৰিব (পঞ্চবাৰ্ষিকী যোজনাৰ প্ৰস্তাৱ কেঁচুৱাৰ মুখৰ কলকলনি)? ভেকুলীৰ বিয়া পাতিলে হেনো বৰষুণ দিয়ে। সঁচাসঁচিকৈ এখন বিয়া পাতে দুটা ভেকুলী গোটাই লৈ। গাঁৱৰে এঘৰ হয় কন্যাপক্ষ আৰু আন এঘৰ হয় বৰপক্ষ। কি মজা, খেতিয়কেৰে ভৰা আমাৰ দেশত বৰষুণৰ লগত ভেকুলীৰ ইমান প্ৰাধান্য! কিন্তু শ'লমাছ টোপোৱা বৰশীটোৰ আগত ক্ৰুছবিদ্ধ হোৱা বেচেৰা ভেকুলীটো! ("ভগবান, তুমি যুগে যুগে দূত পাঠায়েছ বাৰে বাৰে—দয়াহীন সংসাৰে!"—ৰবীন্দ্ৰনাথ।)

আনহাতে, অতি নিৰীহ, অকামিলা—এই অৰ্থত সুবিধা পালেই ভেকুলীক মানুহে হাঁহিবলৈ এৰা নাই। বুদ্ধিহীন ঠেক মনৰ মানুহক "চুকৰ ভেকুলী" বোলা নহয় জানো (বঙালীৰ চকুত সকলো অসমীয়াই)? সংস্কৃতত জানিবা তাকে কূপমণ্ডুক কৰি ৰাখিছে। আকৌ বেয়া আয়োজন, অভিনয়খনো ভেকোভাওনা বুলিবলৈ এৰা নাই।

ভেকুলীবিলাকে এবাৰ এজন ৰজা বিচাৰিছিল হেনো।

ব্ৰহ্মাৰ ওচৰলৈ সিহঁতৰ সঁজ্ঞাতীদল গ'ল। আহিল এডাল কাঠ। দ্বিতীয় বাৰ সঁজ্ঞাতীদল গ'ল। এইবাৰ এটা বগলী পঠিয়াই দিলে ব্ৰহ্মাই ভেকুলীহঁতক ধ্বংস কৰিবলৈ। বগলীৰ হাতত বহুতৰ প্ৰাণ গ'ল। শেহত সিহঁতে ৰজা নালাগে বুলি ব্ৰহ্মাক প্ৰাৰ্থনা কৰিলতহে ৰক্ষা। এই গল্পৰ মাজত ভেকুলীক পৰিহাস কৰাৰ দৰে অভিজাত গৰ্ব্বী শ্ৰেণীৰ সামান্য মানুহৰ প্ৰতি হেয় মনোভাৱ প্ৰকাশ পাইছে বুলি সন্দেহ (ভক্ষণকাৰী বগলীৰ পাখি ঢপঢপীয়া বগা হলেও ভেনেজনৰ 'শাসন'নো কেনেকুই?)।

জীৱ-বৈজ্ঞানিকসকলে কয় যে, বৰষুণ পাই ভেকুলীৰ যে টোৰ্‌টোৰণি শুনা যায়, সি কেৱল তাৰ মিলন-আহ্বান। এই মধুৰ গানত আকৰ্ষিত হৈ পুৰুষটিৰ ওচৰলৈ নাৰীগৰাকী হেনো চাপি আহে। আমাৰ কাণত যিটো খহটা লাগে তাক অতি মোহনীয় সুৰৰ যেন শুনে—সৃষ্টিত এনেও কোনো নহয় কোনো থাকিব পাৰে। জাপানী কৱিয়ে সেইবাবে এনে গীত শুনি সপোন দেখিব খোজাত কোনো ভুল নাই।

(দ্ৰষ্টব্য ঃ
প্ৰিয়ৰাম—বামুণ-ভেকোলাৰ গান কোনেও নুশুনে।
গজপুৰীয়া—বৰপুখুৰীয়ে শুনে।
টোকোৰা—তোমাৰ বৰপুখুৰী সো গজপুৰীয়ানো নে?
গজপুৰীয়া—অলবৎ!
—বেজবৰুৱা, চক্ৰধ্বজসিংহ নাটক।)

# শিয়াল

কিয়নো গোটেই জগতৰ ভৎৰ্সনাৰ থলী হলি তই? ঈশ্বৰেই তোক তেনে কৰিছে, তাত তোৰ দায় কি? বিধিৰ নিৰ্ব্বন্ধ কোনেনো বাতিল কৰিব পাৰে? মানুহ ইমান জ্ঞানী হৈ এই কথা নুবুজেনে? অন্ততঃ তোৰ গাতো কেইটামান গুণ আছে! জাকপাতি তহঁতে একেলগে হোৱা দিয়। একতাৰ ছবি তহঁতৰ ভিতৰতো দেখোঁ। প্ৰহৰে প্ৰহৰে হোৱা দিবলৈ তই নাপাহৰ—কৰ্ত্তব্য-পৰায়ণ। ঘড়ি-ঘণ্টা নোহোৱা মানুহৰ কাৰণে এসময়ত কুকুৰাৰ দৰে তয়েই সময়ৰ জাননী দিছিলি। কুকুৰাটোৱে দিনত যিটো কৰ্ত্তব্য কৰে তই ৰাতি তাকে কৰ। দিনত কৰ্ত্তব্য কৰা সহজনে ৰাতি সহজ—মানুহে খবৰ-কাগজৰ অফিচত নাইট ডিউটি দিয়া জৰ্ণেলিষ্ট বিলাকক সুধিলেই দেখোন জানিব পাৰে। কেছাৰী ঘৰৰ ট্ৰেজাৰীৰ পহৰীয়া পুলিচহঁতে ৰাতি কোনোবাই গম পাওক নাপাওক ঘণ্টায় ঘণ্টায় ঘণ্টা বজায়ে যাব—শিয়ালবো সেই একে কামেই। প্ৰাচীন যুগৰে পৰা শিয়ালেও তাৰ ঐতিহ্য-সংস্কৃতি বা তাৰ জাতীয় ৰীতি এৰি দিয়া নাই—এইটোৱেই তাৰ স্বকীয়া অস্তিত্ব বজাই ৰখাইছে। কুকুৰহঁতে সিহঁতৰ প্ৰাচীনত্ব, সিহঁতৰ বন্য জীৱনৰ অস্তিত্ব এৰি দি কি হ'ল?—মানুহৰ গোলাম! তহঁত এতিয়াও স্বাধীন, তহঁতে মানুহৰ পৰা এতিয়াও প্ৰসংশা লাভ কৰি আছ যে তহঁত বুদ্ধিয়ক—ধূৰ্ত্ত। তহঁতৰ

আগত কোনো বুধিত আগ বাঢ়িব নোৱাৰে—এইটো যুগে যুগে পাই থকা কম খ্যাতিৰ কথা নহয়! জগতত মানুহ জাতিৰ ভিতৰত কত শীৰ্ষ স্থানলৈ উঠি কাল সাগৰৰ তলত নিশ্চিহ্ন হ'ল! কত জ্ঞান-গৰিমাৰ কীৰ্ত্তি চিৰদিনলৈ লোপ পালে! কত পীৰামীডো খানি ভাঙি পেলোৱা হ'ল; কিন্তু তহঁতৰ প্ৰাচীন সংস্কৃতি এতিয়াও ৰাখিব পাৰিছ। জগতৰ কত পৰিৱৰ্ত্তন হ'ল, তহতঁৰ কিন্তু পৰিৱৰ্ত্তন নাই। মানুহে নিজক প্ৰাণীশ্ৰেষ্ঠ, জ্ঞানীশ্ৰেষ্ঠ বুলি ফিতাহি মাৰে, কিন্তু তোৰ সম্মুখত তাৰ বুদ্ধিটো ভোটা হৈ পৰে। সচাঁকৈয়ে মানুহ পৰশ্ৰীকাতৰ। সেইবাবে কাৰোবাৰ শ্ৰী দেখিলে সিহঁতে সিবোৰৰ নিন্দা কৰে, backbiting কৰি নিজৰ ভিতৰতে সান্ত্বনা লভিবলৈ বিচাৰে যে সিহঁতকৈ কোনো আগবঢ়া নহয়।

তহঁতেনো মানুহৰ কি ডাঙৰ অপকাৰ কৰিছ যে মানুহে ইমান নিন্দা কৰে? কেতিয়াবা সুবিধা পালে চকুহাড়ী, হাঁহ-পাৰ এটা নিয়, তাতেনো বসুন্ধৰাৰ অধিপতি মানুহৰ ইমানটো কি ক্ষতি হয়? গোটেই মুকলিৰ পৃথিবীখন জন্তু-সকলে মানুহক ভোগ কৰিবলৈ এৰি দিছে, তথাপি নাতে, হাবি ভাঙি জন্তুৰ ৰাজ্য দখল কৰিছে। মানুহৰ ভিতৰতে ইটোৱে সিটোৰ পৰা কিমান কি নিয়ে—বৰ বৰ বোৰে ৰাজ্য সিংহাসনৰ পৰা আৰম্ভ কৰি সৰু সৰু বোৰে লোটা-বাটিটো-লৈকে। মানুহৰ ভিতৰতে ইমানবোৰ দেখা-দেখি চোৰ! বৰ

এৰ সভ্যতাৰ ৰাজধানী স্বৰূপ মহানগৰীবোৰত যিমানেই মহা-উজ্জ্বল চাকি-বন্তি জ্বলি পোহৰ হৈছে সিমানেই গাঢ় গোপনতাৰ আন্ধাৰ, সিমানেই তাত জেপকটা চোৰ ডকাইতৰ পৰা আৰম্ভ কৰি টকাত দহটকা লাভ খোৱা বেপাৰী-দোকানী বোৰলৈকে ভৰপূৰ হৈ আছে অথচ মানুহে দোষ দিয়ে শিয়ালক। কোনেনো কাৰ পৰা ছলে-বলে-কৌশলে নিয়া নাই? আমি পাতি দিয়া ৰাইজৰ চৰকাৰে ৰাইজৰ পৰাই কিমানবোৰ ন ন কৰকাটল দৈনিক সৰকাই আছে! নকল-বিদ্যাৰ কথা বাদেই দিছোঁ। এন্দুৰ-নিগনিয়ে গম ধৰিব নোৱাৰাকৈ, পৰুৱা-পিপৰাই হাতত সাৰে ভৰিত সাৰে, বাঘেঘোঙে ডকাইকৈ দি কত কি নিয়ে? গৰুবিলাকে এবেলা মানুহৰ কাম কৰি দি বা এপোৱা আধেৰ মাত্র গাখীৰ দি মানুহৰ পৰা যাউতি-যুগীয়া মৰম সৰকাইছে। আনকি সিহঁতৰ মান্যার্থে মানুহৰ লগতে গৰুবিহু এটাও পাতি দিছে। মানুহে ন সাজ লোৱাৰ লগতে সিহঁতকো ন-পঘা দিয়ে। মাহ-হালধী সিহঁতৰ গাতো সানে, বিহুৰ পিঠাপনা সিহঁতকো খুৱায়। মানুহৰ ভিতৰতো খোজনীয়া, মগনীয়াটো হৈ, কৌট-লগুনেৰে বামুণটি হৈ কতই ধান-চাউল, দান-দক্ষিণা লাভ কৰে!

শিয়ালৰ মানুহে দেখিব নোৱাৰে কিয়? নাইবা মানুহৰ চাকৰ হোৱা কুকুৰজাকেও শিয়ালৰ মাত শুনিলেই 'অতিভক্তি' দেখুৱাই গেঙেৰি দি উঠে কিয়? কুকুৰবোৰেনো কি বৰ ডাঙৰ কামটো কৰিছে? চোৰ খেদাৰৰ যি উদ্দেশ্যত সিহঁতক

মানুহে আনিছিল, সেইটোকেনো সি ক'ত কৰি অঁতাইছে? নহলেনো পৃথিবীত আজিলৈকে ইমানবোৰ মানুহ-চোৰ থাকিব পায়নে? কুকুৰ পোহাটোৱেই এক প্ৰকাৰে, মানুহৰ পৰম আত্ম-লাঞ্ছনাৰ কাম।

মানুহ এতিয়াও স্বভাৱত ইমান অধইচ হৈ আছে যে তাক সাৱধান কৰি দিবৰ কাৰণে কুকুৰ নামৰ জন্তুটোক পোহপাল দি ৰাখিব লগা হৈছে। এই মানুহেই আকৌ শিয়ালক নিন্দে!

দিনটো মানুহক শিয়ালে এৰি দিছে, কাকো আমনি কৰিবলৈ অহা নাই। নিতান্ত "ভালল'ৰা"ৰ নিচিনাকৈ সিহঁত দিনটো শান্তভাৱে বিশ্ৰামত থাকে। কেৱল ৰাতিটো লাগে সিহঁতক বিহাৰ কৰিবলৈ। তথাপি আপত্তি কিয়?

শিয়ালে কুঁহিয়াৰ খাই ভাল পায়। কুঁহিয়াৰণি দংশি শেষ কৰে। ভাল মিঠা বস্তুনো কোনে পালে নাখায়? মানুহেও জানো মৌ-বাহ ভাঙি মৌচাক চেপি ৰস নাখায়? গৰুৰ পেটৰ গাখীৰ খীৰাই নাখায়? বৰাৰ দৰে গছৰ মূল উভালি নাখায়? হাঁহ-কুকুৰাৰ কণীবোৰ আনি সিজাই নাখায়? পানীৰ মাছ, হাবিৰ হৰিণো মানুহৰ লোভৰ আগত সাৰিব 'নোৱাৰে। গছৰ পকা ফলবিলাকৰ কথা বাৰু বাদেই দিছোঁ। এই সকলো মানুহৰ নিজা আৰ্জ্জন নহয়। মানুহে মঙহ ইমান ভাল পায় যে আনে খোৱা সি সহিব নোৱাৰে, সেইবাবে কয়—শিয়ালৰ ডিঙিত মঙহৰ ভাৰ।

অৰ্থাৎ সকলো ভাল বস্তু কেৱল মানুহেইহে খাব, ভোগ কৰিব! আকৌ সেইদৰে বান্দৰে নাৰিকলৰ মোল বুজাৰ কথা কয়, সান্দহৰ মোল বুজাৰ কথা কয়, কুকুৰে সোণৰ হাৰ পিন্ধিব নোপোৱাৰ কথা কয়, উদে ভেঁটা বাখিব নোপোৱাৰ কথা কয়, ভালুকে মৌ-বাহৰ ওচৰ চাপিব নোপোৱাৰ নীতি উলিয়ায়, ঘনচিৰিকাই ৰাজহাঁহৰ খোজ লোৱা দোষণীয় বোলে। এই সকলোবোৰ মানুহৰ স্বাৰ্থপৰতাৰ চৰম নিদৰ্শন।

শিয়ালে সেইবাবে এই নীতি-বিহীন মানুহলৈ 'পৰোৱা' নকৰে। তাৰ পূৰ্ব্বকালৰ ৰীতি সি সম্পূৰ্ণ বজাই ৰাখিছে। আত্মৰক্ষাৰ উপায় প্ৰকৃতিয়ে সকলোকে দিছে; শিয়ালেও বাগি দি পলায়—তাত দোষটো কি?

শিয়ালৰ শিং নাই সেইটো কি অপমানৰ কথা? ইমান আগবঢ়া হৈ মানুহৰনো কি শিংটো গজিছে আজিলৈকে? লাওমূৰা গৰুক মানুহে হাঁহে, মানুহো লাওমূৰা। শিয়ালৰ এশটা বুদ্ধি, কিন্তু কামত এটাও নাহে বুলি কেৱে কয়। মানুহৰো জানো সেই দশা নহয়?—

বোলে, "আপদৰ কালত বুধি হয় হত।
উগ্ৰসেনে বুধি সুধিলে মাধৱত॥"

মহাবীৰ কৰ্ণৰ যেতিয়া ৰথৰ চকা মাটিত পোত খালে, তেতিয়া দেখোন তেওঁৰ এটাও বুদ্ধি নোলাল!

# গঁড়

গঁড়ে বিশ্বমানৱৰ একো কল্যাণ সধা নাই। সেইবাবেই তাৰ লাহে লাহে বংশলোপ হৈ আহিছে। বিশ্বমানৱৰ কল্যাণৰ কাৰণে যিসকলে যত্ন কৰে তেওঁলোক নমৰে। সময়ৰ ক্ষুদ্র বিভাগে তেওঁলোকক মাৰে, কিন্তু অনন্ত সময়ে বুকু পাতি তেওঁলোকক যত্নকৈ জীয়াই ৰাখে। সময়ৰ এটা ক্ষুদ্র বিভাগৰ অপৰাধৰ কাৰণে অন্যান্য বিভাগসমূহ দুখিত হয়, অনুতপ্ত হয়।

পৃথিবীৰ বুকুত কত কিমান জীয়াই আছে, অথচ গঁড়টোৰহে তাত ঠাই নাইকিয়া হল? মানুহৰ সংখ্যা ইমান বাঢ়িছে যে ভগনীয়াসকলক ৰাখিবলৈকে ঠাই নোহোৱা হৈছে। মানুহে আকৌ অত্যন্ত দয়াপৰবশ হৈ লোপ পাই যাব খোজা জীৱজন্তুসমূহক ধৰি ৰাখিব খুজিছে, কিন্তু সিহঁত থাকিব নোৱাৰে। সিহঁতৰ যাবৰ সময় হল। পৃথিবীৰ শাও-পাত সিহঁতৰ মূৰত পৰিছে। শ্রেষ্ঠ মানুহৰ শাৰীত সমানে বহি থাকিবলৈ সিহঁতৰ কোনো অধিকাৰ নাই। মানুহে মৃত্যু-মুখীবিলাকক জীয়াই তুলিবলৈ যত্ন কৰি নিজৰ মহৎ হৃদয়ৰে পৰিচয় দিছে সেইটো ঠিক; কিন্তু ই মানুহৰ এটা কেৱল নিষ্ফল চেষ্টা।

গঁড়ৰ আপোনপেটীয়া বা মইবৰ ভাবৰ কথা সকলোৱে জানে। সি আকোঁৰগোঁজ আৰু অহঙ্কাৰীও। সি যিপিনে যাব

খোজে সেই পিনেহে যাব, তাক আন বাটলৈ কোনেও নিব নোৱাৰে। এই গোঁৱাৰামিৰ কাৰণে সি সকলোৰে পৰা পৃথক। গতিকে তাৰ বিদায়-পথৰ পৰাও তাক ঘূৰাবৰ সাধ্য কৰা মিছা। সি অৱলোপৰ পথত গতি কৰিছে যেতিয়া সেই পথেইহে কেৱল যাব। (ডাৰউইন-লেমাৰ্কৰ "Survival of the fittest" তত্ত্ব বাতিল হবনেকি?) মানুহে নানান আইন কৰক তাক নবধিবৰ কাৰণে, নানান সুমিষ্ট উপযোগী খাদ্য তাক যোগাওক, তথাপি পৃথিবীয়ে যদি তাক থাকিবলৈ ঠাই নিদিয়ে সি ক'ত থাকিব পাৰিব? মানুহেওনো তালৈ সুমিষ্ট খাদ্য ক'ৰ পৰা আনি দিব, যদি সেই খাদ্য পৃথিবীয়ে উৎপন্ন আৰু নকৰোঁ বুলি কয়?

গঁড়ৰ স্বভাৱৰ মানুহবিলাকৰো সেইদৰেই পতন হব, হৈছেও। সিহঁতক বিশ্ববাসীয়ে চিৰদিনৰ কাৰণে আপোন কৰি ধৰি ৰখা নাই। আনকি সিহঁতৰ নামত স্মৃতিস্তম্ভও থিয় কৰোৱা নাই। কোনোবা তাৰ আপোনজনে কৰিছিলে যদিও তাকো খহাই পেলাইছে। গঁড়-স্বভাৱৰ ব্যক্তিয়েই কিয়, সমষ্টিকো, একোটা জাতিকো পৃথিবীয়ে আঁতৰাই পেলাইছে। যি কেৱল নিজৰ কাৰণে ভাবে, এনে পুঁজিবাদী, সাম্ৰাজ্যবাদীক কোনে সমৰ্থন কৰে নতুন পৃথিবীত? কোনোবাই যদি সিবিলাককো আদৰ কৰি জীয়াই ৰাখিবলৈ বিচাৰিছে তেনেহলে সিও কেৱল সময়ৰ অপব্যয় কৰিছে। গঁড়ৰ গাত যিমানেই শক্তি নাথাকক, অন্যান্য জন্তুৰ সমুখত

তাক যিমানেই অপবাজেয় নেদেখুৱাওক, তথাপি তাৰ ধ্বংস যে ইমান সোনকালে হ'ব পাবে সেইটো তাৰ নজৰত নপৰিলেও বিশ্ববাসীয়ে দেখি প্ৰমাণ পাইছে। হয়তো সি প্ৰস্তৰ যুগৰহে প্ৰাণী. সেইবাবে তাৰ শৰীৰ পাথৰৰ দৰে, হৃদয় তাৰ ইমান নিৰ্ম্মম নিৰ্দ্দয় কঠোৰ শিলাময়। সেইবাবে প্ৰস্তৰ যুগৰ পাছতো ইমান দিনযে সি জীয়াই আছিল সেইটো কেৱল জগতৰ প্ৰদৰ্শনীৰ কাৰণে। আজি কিন্তু প্ৰদৰ্শনী চোৱাৰ অন্ত পৰিল। অন্যান্য হীনশক্তি জাতিসমূহৰ, প্ৰাণীসমূহৰ অনুকম্পাত যদি এতিয়া সি জীয়াই থাকিব লগা হল, তেন্তে তাৰ অচিৰে মৃত্যুৱেই শতগুণে শ্ৰেয়ঃ।

পৃথিবী হয়তো নিজেই লজ্জিতা যে এনেধৰণৰ সন্তানৰ এদিন তেওঁ জন্ম দিছিল। সেইকাৰণে আজি হঠাৎ চকমক খাই তেওঁ লৰালৰিকৈ এই লাঞ্ছনাৰ দাগ মচি পেলাবলৈ বিচাৰিছে। গঁড়ৰ জন্মটো যেনেকৈ এদিন তেওঁৰ কামনা আছিল, আজি সেইদৰে তাৰ মৃত্যুও জননী বসুন্ধৰাৰ কামনা হৈ পৰিছে।

পৃথিবী হয়তো এতিয়া হুছিয়াৰ হৈছে এনে লাঞ্ছনাৰ চিন স্বৰূপে কোনো জন্তুকে আৰু তেওঁ জন্ম নিদিবলৈ বুলি। এইবিলাকৰ লোপ হৈ যোৱাৰ পাছত আৰু এনে জন্তু আৰু পৃথিবীৰ উপবিভাগত দেখিবলৈ নাইকিয়া হব। কেৱল বহল হৃদয়ৰ মানুহৰ ক্ৰীড়া-ভূমি হব এই পৃথিবীৰ সেউজীয়া পথাৰখন। যদি কোনো জন্তু থাকেও, সি বিশ্ব-

মানৱৰ সম্পূৰ্ণ লাগী হব লাগিব—যাতে তাৰ ব্যৱহাৰত পৃথিবী কেতিয়াও লাঞ্ছিতা হব লগা নহয়। উত্তৰ মেৰুৰ হিমসাগৰৰ পৰা ছাহাৰাৰ মৰুভূমি বা ছুইজাৰলেণ্ডৰ চিৰবসন্তময় হ্ৰদ-উপত্যকা, আফ্ৰিকাৰ গভীৰ অৰণ্য, অসমৰ অতি বৃষ্টিপাত-সম্পন্ন সুমথিৰা টেঙাৰ বাগিচা, অষ্ট্ৰেলিয়াৰ ভেড়া-চৰা সুবিস্তীৰ্ণ ঘাঁহনি অঞ্চল নাইবা দক্ষিণ আমেৰিকাৰ জিৰাফৰ দৰে দীঘলীয়া ডিঙিৰ অন্তৰীপতো কেৱল বহল হৃদয়ৰ মানুহ আৰু তাৰ সহচৰ দৰদী প্ৰাণী বা জন্তুসমূহ কেৱল থাকিব। গঁড়ৰ অভাৱ কোনেও বোধ কৰিবৰ দৰকাৰ নপৰিব। তাক নেদেখিলে মানুহৰ জ্ঞান খৰ্ব্ব বা সীমাবদ্ধ আৰু নহব। পৃথিবীয়ে হাঁহিব তেতিয়া।

——

# আমি

মোৰ কেতিয়াবা কেতিয়াবা ধাৰণা হয়, প্ৰকৃতিয়ে যেন মানুহক কম মৰম কৰিছে। বাইবেলৰ গল্পটোৰ কি অৰ্থ নাজানো নাইবা তাৰ ভেটি কি সেই বিষয়েও জ্ঞাত নহওঁ, কিন্তু দেখিছোঁ—মানুহেই আটাইতকৈ বেছি কষ্ট কৰি জীয়াই থাকিব লাগে। জাৰৰ পৰা ৰক্ষা পৰিবলৈ জন্তুৱে বঢ়িয়া বঢ়িয়া ডাঠ নোম পাইছে, আত্ম-ৰক্ষা কৰিবলৈ

শিং, দাঁত, শুঁড়, খড়্গ পাইছে, পৰিৱেশৰ লগত মিলাই গাৰ বং পাইছে, আৰু পাইছে অদম্য শাৰীৰিক শক্তি। কোনোক উৰিব পৰা, কোনোক বুৰিব পৰা প্ৰকৃতিয়ে কৰিছে, কোনোক দেওদি গছত উঠিব পৰা, গাঁতত লুকাব পৰা কৰিছে। মানুহ এইবোৰৰ পৰা বঞ্চিত। নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈও মানুহৰ ভৰি মাত্ৰ দুটা—প্ৰায় সকলো জীৱ জন্তুৰে তাতকৈ বেছি, আনকি নিকৃষ্ট কেৰেলুৱাৰে এশটা ঠেং। দুখন আগ-ভৰিকেই মানুহৰ গাত কৰি দিছে হাত। তাৰে আমি কৰি খাব লাগে। আমাৰ উন্নত ৰুচি দিছে উন্নত খাদ্যন খাবলৈ, তাকো ৰান্ধি খাব লাগে। সাধাৰণ জন্তুৰ দৰে ঘাঁহ-পাত খাই আমি থাকিব নোৱাৰোঁ। সেই বাবে নানান উন্নত শস্যৰ আমি খেতি কৰি লব লাগে। আমাৰ সকলোবোৰ নি আমাক দিছে কেৱল দুখন হাত আৰু মূৰত বুদ্ধি। মূৰে ভাবিব আৰু হাতে কৰিব। আমি নিজৰ মাত্ৰ দুখন ভৰিহে মাটিৰ ওপৰত ৰাখোঁ, বাকী সকলো নিৰ্ভৰ কৰোঁ আমাৰ ওপৰত। জন্তুৰ দৰে আগ-পিছ নুগুণি দুৰ-মুৰকৈ কিবা এটা কৰি দিবও নোৱাৰোঁ। বিবেচনাই আমাক ধীৰ-গহীন কৰি পেলাইছে। কাৰণ আমাৰ কৰ্ম্মৰ ফল আমি নিজেই ভোগ কৰিব লাগে বুলি বিশ্বাস কৰোঁ। আমাৰ কৰ্ম্মৰ বাবে আমি আনক দায়ী কৰিব নোৱাৰোঁ। ঈশ্বৰেও আমাক নিজৰ দায়িত্ব গ্ৰহণ কৰিবলৈহে সঁকিয়াই দিছে। জীৱ-জন্তুৰ কি

অতীত-ভৱিষ্যতৰ ধাৰণা আছে ? আমি কিন্তু অতীতৰ গৌৰৱ, ভৱিষ্যতৰ সমৃদ্ধিৰ কথা কেতিয়াও পাহৰিব নোৱাৰোঁ। আমি আমাৰ নিজকে চলাবলৈ আমাৰেই বুদ্ধিৰে আইন তৈয়াৰ কৰি লৈছোঁহক। আমি নিজৰ হাতেৰে গঢ়া শিকলি পিন্ধি যেন নিজেই বন্দী হৈ পৰিছোঁ। প্ৰকৃতিয়ে আমাক মুকলি কৰি এৰি দিয়া নাই। আমিয়েই ৰজা হৈ আমাকেই শাসন কৰোঁ। আমিয়েই যাজক হৈ আমাকেই দীক্ষা দিওঁ। আমিয়েই জ্ঞানী হৈ আমাৰেই মূৰ্খতা আঁতৰাওঁ। আমি নিজে কৰি নিজে খাইছোঁ, নিজে বৈ নিজে পিন্ধিছোঁ, নিজৰেই আচ্ছীত নিজকেই চাই নিজে নিজে প্ৰসংশা কৰিছোঁ। আমি বলিয়া জাতি নেকি ? আমাৰ বিশ্বাস, আমি নিজকে নাচালে আমাক চাওঁতা-চম্ভালোঁতা আৰু কোনো নাই। প্ৰকৃতিৰ দয়া-শুশ্ৰূষাৰ ওপৰত নিৰ্ভৰ নকৰি আমি চিকিৎসা-বিজ্ঞানৰ সৃষ্টি কৰিছোঁ। প্ৰকৃতিৰ ভঁৰালত অগণন বস্তু আছে যদিও সেইবিলাকে আমাক নাতে ; আমি আৰু বহুতো নতুন নতুন বস্তুৰ আৱিষ্কাৰ কৰি লৈছোহঁক। পৃথিবীয়ে আমাক নতা হোৱাত এতিয়া আকাশৰ আন গ্ৰহ-উপগ্ৰহত ঠাই বিচাৰি ওলাইছোঁ। একাল এনে আছিল যেতিয়া জোনৰ জোনাক চায়ে আমাৰ সন্তোষ হৈছিল ; এতিয়া সেই জোনাকৰ উৎপত্তিস্থানখনো আমাক লগা হল। এতিয়া আমাক সূৰ্য্যৰ দূৰৰ পৰা অহা তাপেই আঁতিছে ; এনে সময় আহিব যেতিয়া আমাক সেই তাপৰ উৎপত্তিস্থানৰ বুকুতো মূৰ

গুঁজিবলৈ লাগিব। প্ৰকৃতিৰ পৰা আঁতৰ হৈ এতিয়া আমি যেন নিজৰ এখন "প্ৰকৃতি" ৰাজ্য গঢ়ি লৈছোঁহক। প্ৰকৃতিয়ে জীৱজন্তুবোৰক নানান বস্তু দিছে, কিন্তু দিয়া নাই জ্ঞান-বুদ্ধি। চিৰিয়াখানাৰ বন্দী কোঠাৰ নিচিনা একোটা সীমাবদ্ধ অঞ্চলৰ মাজত জীৱজন্তুবোৰক যেন বন্দী কৰি ৰাখিছে। চিৰিয়াখানাৰ চৰাইবোৰ উৰি গলেও নিৰ্দ্দিষ্ট ঋতুত তালৈকে ঘূৰি আহে। পৃথিবীৰ চৰাইবোৰে৷ পৃথিবীৰ বায়ুমণ্ডল অতিক্ৰম কৰি যাব নোৱাৰে। কিন্তু আমি ওলাইছোঁ যাবলৈ বায়ুমণ্ডল ভেদি। প্ৰকৃতিয়ে আমাক একো নিদিলেও তেওঁৰ হাতৰ সঙ্কেত-আঙঠী ( অভিজ্ঞান ) স্বৰূপ বুদ্ধিটো আমাক দিলে। ইয়াৰ সহায়তে আমি বিশাল জগতৰ সকলোবিলাক নেমেলা দুৱাৰ খনে খনে মেলি বিৰাট ৰহস্য চাই গৈ থাকিব পাৰিম। প্ৰকৃতিয়ে সেইবাবে আমাক মৰম নকৰে বুলি কবলৈও টান। যেন "বাহিৰত দেখুৱাই কেটেৰাই মাতিবা, ভিতৰি নেৰিবা বেথা"—প্ৰকৃতিয়ে আমাৰ প্ৰিয়াৰ দৰে এই মূল্যবান বস্তুৰূপ গোপন প্ৰণয় দিলে। তেওঁৰ খুচুৰা মৰমবোৰৰ সলনি পালোঁ আমি বিৰাট প্ৰণয়ৰ সম্ভাৰ।

প্ৰকৃতি যিমান দূৰলৈকে বিস্তৃতা হৈ আছে, নাজানো, তাৰ পাৰ হৈও আমি কিজানি গুচি যাম দূৰলৈ, বহু দূৰলৈ। ক'লৈ? সেই সীমাহীন অনন্তৰ বুকুলৈ—য'ত নাই জাৰ, য'ত নাই জহ, য'ত নালাগে ক্ষুধা, য'ত নাজাগে তৃষ্ণা।

শাৰীৰিক আৰু মানসিক সকলো অভাব-আকাঙ্ক্ষা, কামনা-বাসনাৰ পৰা বাহিৰ ওলাই আমি গুচি যাম সেই ৰাজ্যলৈ য'ত আছে চিৰ পূৰ্ণতা, চিৰশান্তি, চিৰ আনন্দ। আমাক জন্তুৰ অৱস্থাৰ পৰা আঁতৰাই সেই পথলৈকে আগুৱাবলৈ প্ৰকৃতিয়ে প্ৰস্তুত কৰি দিছে। আমাৰ গাৰ দীঘল দীঘল নোম গল, জোৰা জোৰা শিং-দাঁত-নখ, শুঁড়-নেজ-নেগুৰ সকলো গল, হয়তো এদিন সম্পূৰ্ণ শৰীৰটোৱেই যাব। আমাৰ শাৰীৰিক স্থিতি একেবাৰে নাইকিয়া হব, আমি তেতিয়া থাকিম মাত্ৰ এটা "মানসিক স্থিতি" হিছাপে। আৰু তাৰ পাছত যাব মনটোও। তাৰ পাছত? তাৰ পাছত কি থাকিব? তেতিয়া "আমি" আৰু "আমি" হৈ নাথাকিম, আমি হম "সকলো",—অনন্তৰ সমান। প্ৰকৃতিয়ে কম দয়া কৰি আমাক এই পথত আগবঢ়াই দিছেনে!! আমাক উৰিব পৰা নকৰিলেও চৰাইতকৈও ওখলৈ সুউচ্চ-সুবহল আকাশলৈ আমি যাম। মাটিৰ পৃথিবীৰ ডিম্ব-খোলাটোৰ ভিতৰত যেন আমি ইমানদিন নিজকে প্ৰস্তুত কৰিলোঁ। এতিয়া পাখি ধৰিলত খোলা এৰি আমি শাৰীৰিক-মানসিক সকলো মুক্তিৰ অনন্ত আকাশলৈ উৰি যাবলৈ উদ্যত হলোঁ।

---

# অজন্তাৰ পটভূমিত কালিন্দী

অজন্তা চাবলৈ গৈছিলোঁ ঔৰঙ্গাবাদৰ পৰা। এইখন এখন সৰু চহৰ—নতুন বোম্বাই ৰাজ্যত। বাছেৰে যাব লাগে তিনিকুৰি মাইলমান।

সেই বাছতে প্ৰথম দেখা কালিন্দীৰ সৈতে।

কেঁচা সোণবৰণীয়া এজনী পাট গাভৰু গুজৰাটী ছোৱালী। তাইৰ নামটো শুনিলোঁ তাইৰ লগত যোৱা সখীয়েকৰ মুখৰ পৰা; যেতিয়া তাইক সখীয়েকে কালিন্দী বুলি মাতিলে তেতিয়া তাই উত্তৰ দিছিল।

তাইৰ খোপাত ফুলৰ মালা ( গুজৰাটী ষ্টাইল—সি এক বিচিত্ৰ গাঁথনি ! ) আৰু গাত পাতল, বগা, সৰু পাঁড়ি দিয়া সাৰী।

কালিন্দীক মোৰ এজনী বহুদিনৰ চিনাকী ছোৱালী যেন লাগিছিল, কাৰণ অসমীয়া ছোৱালীৰ সৰলতাৰ লগত যেন গুজৰাটী ছোৱালীৰ সৰলতাৰ এটা সাদৃশ্য আছে !

আমি একেখন বাছতে গৈছিলোঁ।

অজন্তাগুহা হেনো গুপ্তযুগৰ। ভালেমান গুহা খোদিত কৰা হৈছে একেটা পাহাৰতে। পাহাৰ শাৰী অৰ্দ্ধবৃত্তাকাৰ হৈ আছে, তাৰ পাদপ্ৰান্তত বৈ আছে এখন সৰু নৈ।

ধ্যানস্থ বুদ্ধদেৱৰ মূৰ্ত্তি কটা গুহায় গুহায় ( ভাৰতৰ পৰা

বুদ্ধ আৰু বৌদ্ধ একালত নিৰ্ব্বাসিত হলেও যেন এটা গুহাৰ মাজত আত্মগোপন কৰি থাকিল বহু যুগ ধৰি)। প্ৰতিটো বুদ্ধ মূৰ্ত্তিয়েই বিৰাট ওখ, ধ্যানৰ মুদ্ৰাযুক্ত, সহাস্যবদন। দ্বাৰপালসৱে যেন এতিয়াও সুধিব "কলৈ যোৱা? বুদ্ধৰ ধ্যান নাভাঙিবা।" গুহাবোৰৰ ভিতৰুৱা বিহাৰ বা একোটা হল সদৃশ কুঠৰী, তাৰ চালে-বেৰে খুটায়-মাৰলিয়ে নানান চিত্ৰ, নানান মূৰ্ত্তি, নানান ডিজাইন। যিবোৰ চিত্ৰত ৰং লগোৱা আছে সেই ৰং তাহানি-কলীয়া, এতিয়াও সৰহ ঠাইতে মচ খোৱা নাই। কেইটামান গুহা অৰণ্যে আধা কটা হৈ থাকিল। গুহাবোৰ এন্ধাৰ, অৰণ্যে প্ৰধান গুহা কেইটা চাবৰ সুবিধা কৰি বিজুলী চাকিৰ ব্যৱস্থা কৰা হৈছে। কিন্তু এই পোহৰেই জানো যথেষ্ট হয় অজন্তাক চাই বুজিবৰ কাৰণে? চিত্ৰ-ভাস্কৰ্য্য-স্থাপত্য আটাইবোৰৰে বিশদ আলোচনা কৰা সহজ নহয়। হাজাৰ হাজাৰ দৰ্শকৰ মাজৰে ময়ো মাত্ৰ এজন সাধাৰণ যাত্ৰী। আজি চৈধ্যশ বছৰৰ আগৰ ভাৰতীয় শিল্পকাৰ্য্য দেখি আচৰিত হোৱাৰ বাহিৰে আৰু কি উপায় আছে? ভাৰতীয় শাস্ত্ৰীয় সঙ্গীতৰ দৰে এই দেশৰ সকলো কলাৰ লগতেই ধ্যানৰ সম্বন্ধ আছে। সেই ধ্যানৰ চকুৰেহে অজন্তাকো সম্পূৰ্ণকৈ বুজিব পৰা হব।

গুহাবোৰত ঘূৰিপকি চাওঁতে চাওঁতেই ভাগৰ লাগি যায়। ভাবিলো, শিলাকুটী শিল্পীসকলৰ কিমান শ্ৰম-ভাগৰৰ ফল এই অজন্তা! কিমান দিন, বছৰ লাগিছিল এই পাহাৰ কাটি কাটি (খুলি খুলি) গুহা নিৰ্ম্মাণ কৰোঁতে! শিল

বিলাকত নাই কোনো যোৰা, নাই কোনো চিমেণ্টৰ প্ৰলেপ। এটা খুটাত হাতেৰে চাপৰ মাৰিলে মৃদঙ্গৰ মাত দিয়ে। শিলত যাছ! একোডোখৰ শিলকে কিমান সাৱধানভাৱে সূক্ষ্মভাৱে কাটি কাটি নিৰ্ম্মাণ কৰিছে নানান ধৰণৰ জীৱ-জন্তু, গন্ধৰ্ব্ব-কিন্নৰ, দেৱতা-মানুহৰ চিত্ৰ। নানান ভাব, নানান ভঙ্গী, নানান ৰস প্ৰকাশ, সেইবিলাকে আজি ইমানদিনে অগণন দৰ্শকক বিস্ময়ানন্দ দি আহিছে।

মোৰ লগে লগে কালিন্দীয়েও এইবোৰ চাইছিল। লগত আছিল সখীয়েক আৰু এজন ককায়েক। আমাৰ লগত বিহাৰ, বোম্বাই, মাদ্ৰাজ, পঞ্জাব, বঙ্গ, কলিঙ্গ সকলো ঠাইৰে যাত্ৰী আছিল। বোম্বেৰ মালাবাৰ পাহাৰৰ ওলোমা বাগিচা সোমাই তাৰ পছিম মূৰত থিয় হৈ দিগন্ত-প্ৰসাৰী সমুদ্ৰ-বক্ষৰ বিশালতা দেখি যেনে বিস্ময় হয়, অজন্তাৰ গুহাৰ মূৰ্ত্তি-চিত্ৰৰ সন্মুখত আমাৰ সকলোৰে তেনে ভাবেই হৈছিল। সমুদ্ৰৰ দৃশ্যই স্থানৰ বিশালতা আৰু অজন্তা-দৃশ্যই কালৰ বিশালতা যেন আঁকি দেখুৱায়। মানুহৰ শিল্পীমনে সকলো বিশালতাক পাৰ হবলৈ কৰা যত্নৰ পৰিচয় দেখা পাওঁ।

কালিন্দীৰ গাৰ পৰা আহিছিল চন্দনৰ গোন্ধ, চুলিৰ পৰা ফুলমালাৰ মধুৰ গন্ধ। তাইৰ দৰ্শন আৰু গন্ধদানত মোৰ অন্তৰ উপচি পৰিছিল—গাৰ ভাগৰ যেন পাহৰি গৈছিলোঁ। পাহৰি গৈছিলোঁ যে মই অসমীয়া, তাই গুজৰাটী। আমি শাশ্বত ভাৰতীয় ঠিক এই অজন্তাৰ দৰেই।

দুই এঠাইত প্ৰায় অৰ্দ্ধনগ্ন নাৰীমূৰ্ত্তি দেখি কালিন্দী অলপ যেন লজ্জিতা হৈছিল। মই ভাবিলোঁ, লাজৰ ভাবো জগাই তুলিব পাৰে এই মূৰ্ত্তিয়ে, লগে লগে লোভৰ ভাবো। এই ধৰণৰ সুন্দৰ স্বাস্থ্য, দেহসম্পন্ন নাৰীমূৰ্ত্তি জানো আজি আমাৰ চকুৰ আগত পাওঁ? কালিন্দীহঁতৰ মনত বোধহয় এই কাৰণেও হীনাত্মিকা-উদ্ভাৱিত লাজ হৈছিল। আৰু আমাৰ মনত লোভ। চাৰিটা হৰিণৰ মাত্ৰ মূৰ এটা, শিং মাত্ৰ এযোৰ—এই এটা দেৱাল-মূৰ্ত্তি। এইটোতো কম দক্ষতাৰ সৃষ্টি নহয়। অৰ্দ্ধনগ্ন নাৰীমূৰ্ত্তিৰ বক্ষ নিৰাৱৰণ, কিন্তু নিৰাভৰণ নহয়। অলঙ্কাৰৰ সৌকুমাৰ্য্যলৈ চকু দিওঁতে নাৰীবক্ষৰ নগ্নতা পাহৰি যোৱা যায়। একোটাইত দীঘল জাতকৰ কাহিনী কোৱা হৈছে এখন বেৰ-জুৰি অঁকা চিত্ৰৰ সহায়ত। লগৰ 'গাইড'জনে বুজাই দিলে ৰহস্য ব্যক্ত হৈ যায়, নহলে এনেয়ে লাগে জটিলতা এসোপা যেন। বুজি উঠাৰ লগে লগে হৰ্ষ আৰু বিস্ময় দুয়োটাৰে জাগৰণ হয়। কোনোবা এঠাইত আছে, বুদ্ধপত্নী গোপাই পুতেক ৰাহুলক পিতাক ভিক্ষুবুদ্ধৰ ওচৰলৈ উপহাৰ বিচাৰিবলৈ পঠিয়াইছে। তেওঁৰ চকুত মাতৃস্নেহ আৰু নাৰীৰ অন্তৰৰ চিৰন্তন অভিমান।

একালত মানুহৰ সময় আছিল প্ৰচুৰ; নাছিল অনাটন খাদ্য-সামগ্ৰীৰ। পাইছিল শিল্পীসকলে ৰাজ-পৃষ্ঠপোষকতা। লগে লগে বেতন বা খাদ্যলৈ উদ্দেশ্য লক্ষ্য নকৰি তেওঁলোকে কৰিছিল ধৰ্ম্ম বা পুণ্যলৈ আকাঙ্ক্ষা। পৱিত্ৰতা-শুদ্ধতাৰে ভৰা হৈ উঠিছিল তেওঁলোকৰ কামবোৰ।

সেই যুগ আজি আৰু নাই। অজন্তাই একালে অতীতৰ বুৰঞ্জী দাঙি ধৰাৰ লগে বৰ্ত্তমানৰ বিপৰীত ৰূপটোক বুজিবলৈ সমৰ্থ কৰে। আজিৰ শিল্পীসকলৰ নাই সহায়; প্ৰতি কামৰ লগতে অন্ন আৰু জীৱনৰ কঠিন সংস্থানৰ কথা তেওঁলোকে ভাবিব লাগে। সময়ৰ অভাৱ নহলেও জীৱনৰ ক্ষণস্থায়িত্বই যেন তেওঁলোকৰ মন আৱৰিছে। জগতখন যেন আগতকৈ এতিয়া বেছি অস্থিৰ। এখন মহা অস্থিৰতাময় মহানগৰীৰ পৰা গৈ এই ধৰণৰ শাশ্বত প্ৰাচীন কীৰ্ত্তি কিছুমান দেখিলে সেই মূৰ্ত্তিবোৰৰ দৰেই মূক আৰু স্তম্ভিত হোৱাৰ বাহিৰে অন্য উপায় নাই।

কালিন্দীহঁতৰ কি ভাব নাজানো। শিল্পীসকলে নিষ্প্ৰাণ শিল কাটি মূৰ্ত্তি কৰি তাত চিৰকলীয়া প্ৰাণ থাপি থৈ গৈছে। কালিন্দীহঁতে এই মূৰ্ত্তিৰ সুঠাম সৌন্দৰ্য্য অনুকৰণ কৰি নিজৰ দেহটোক সজাই তুলিবলৈ যত্ন কৰিছে। আৰু তাৰ দ্বাৰা জানো মোহিত কৰা নাই আমাক? অজন্তাৰ মূৰ্ত্তিবোৰৰ সৌকুমাৰ্য্য আৰু প্ৰাণতা আমি বুজিব পাৰোঁ কালিন্দীহঁতক দেখিহে। যি, জীৱন্ত নাৰীৰ সৌন্দৰ্য্য কেতিয়াও দেখা নাই বা চোৱা নাই তেওঁ জানো মূৰ্ত্তিৰ সৌন্দৰ্য্য উপভোগ বা উপলব্ধি কৰিব পাৰিব? (যি নিজৰ মাতৃক শ্ৰদ্ধা কৰিবলৈ শিকা নাই, তেওঁ দেশ-মাতৃক শ্ৰদ্ধা-পূজা কৰিব কেনেকৈ? যি জীৱনক বুজা নাই, পোৱা নাই, তেওঁ চিৰকাল বা অনন্তক পাব কেনেকৈ

চাব কেনেকৈ ?) অজন্তাৰ মূৰ্ত্তি-চিত্ৰবিলাক মোৰ কাৰণে বেছি প্ৰাণময় হৈছিল বোধকৰোঁ কালিন্দী লগত থকাৰ কাৰণেই। কালিন্দীৰ সৌন্দৰ্য্য-উপলব্ধিয়ে মোক অজন্তাক বেছি উপ-ভোগ কৰিবলৈ সুবিধা দিলে। সেইবাবে আজি অজন্তাৰ কথা মনত পেলালেই কালিন্দীৰ কথা অনায়াসে মনলৈ আহে।

বুদ্ধদেৱে জীৱন আৰু জগতক অস্বীকাৰ কৰিবলৈ শিকোৱা নাই। ইয়াৰ তুলনাত তেওঁ অনন্ত আৰু পৰমাত্মা আদিৰ কথাক গৌণস্থানহে দি গৈছে। আমি বুদ্ধদেৱতকৈ বেছি জ্ঞান পাব পৰা নাই; তেওঁৰ ধ্যানস্থ মূৰ্ত্তিৰ সন্মুখত তেওঁৰ সত্যক অস্বীকাৰ কৰিবৰ উপায় নাছিল।

অজন্তাৰ দৰে কালিন্দী মোৰ কাৰণে এটা দৰ্শন-স্মৃতি মাত্ৰ এতিয়া হৈ থকা নাই। তাই মোৰ মন-প্ৰাণত ঘ্ৰাণ-স্মৃতি আৰু পৰশ-স্মৃতিও হৈ আছে,—আছে হৈ প্ৰাণত এখন সজীৱ প্ৰতিমাৰ দৰে। তাইৰ মুখচ্ছবি মনত পৰাৰ লগে লগে তাইৰ গাৰ চন্দনৰ গন্ধ, চুলিৰ ফুলৰ সুবাস আৰু অঙ্গৰ কোমল লাৱণ্যখিনিও মনলৈ আহে। অজন্তাৰ চিত্ৰ-মূৰ্ত্তিত ঘ্ৰাণৰ মধুৰতা আৰু পৰশৰ কোমলতাখিনি বাস্তৱতে নাই; সেইখিনিৰ আমি সংযোগ কৰি লব লাগে আমাৰ প্ৰাণৰ সহায়ত। কিন্তু আমাৰ প্ৰাণত এই কোমলতা-মধুৰতা আদি গুণখিনিৰ ভঁৰালটি পূৰ হৈছে কেনেকৈ, কৰিছে কোনে? প্ৰাণৰ সংযোগ নহলে অজন্তাৰ দৃশ্য কেৱল নিষ্প্ৰাণ শিলময়।

তাৰ স্পৰ্শই হিয়াত কঠিন বিফলতাৰ হতাশা জগাব, গন্ধৰ কাৰণে তাৰ ওচৰত মিছাতেই হাবাথুৰি খাবহে লাগিব। মই ভাবোঁ, কোন ডাঙৰ, কোন মহৎ—কালিন্দীনে অজন্তাৰ চিত্ৰ-মূৰ্ত্তি? গুপ্তযুগ বা তাৰো আগৰ তেজ মঙহৰ কোনো কোনো ভাৰতীয় লাস্যময়ী সুন্দৰীৰ দেহ-লাৱণ্য চাইতো সেই কালৰ শিল্পীসকলে এই চিৰন্তন মূৰ্ত্তি গঢ়িবলৈ অনুপ্ৰেৰণা পাইছিল! আজিও কোনো কালিন্দীৰ সৌন্দৰ্য্যই, তাইৰ প্ৰাণতাই কোনো নতুন শিল্পীক নৱ সৃষ্টিৰ সমল নোযোগাবনে? মানৱ-শৰীৰৰ এই সৌন্দৰ্য্য-লাৱণ্য-কোমলতা আৰু শিল্পীৰ প্ৰাণৰ চিৰ-সজীৱতা—এই দুযোখিনিয়ে লগ লাগি এখন চিৰন্তন জগত গঢ়ি তুলিছে। অজন্তা চাবলৈ যাওঁতে কালিন্দী বা তাইৰ দেহ-লাৱণ্যক মই সেইবাবেই তাচ্ছিল্য কৰিব পৰা নাছিলোঁ।

বুদ্ধদেৱৰ ইমান ধ্যান কিহৰ? তেওঁৰ সত্য কি? এই কালিন্দীহঁতৰ পৃথিৱীখনকে চিৰকালৰ সুখপুৰী কৰিবলৈ নহয় জানো? সকলো কামনাৰ বিৰুদ্ধে থিয় হৈও তেওঁ নিজে এই মহাকামনাৰ পৰা মুক্ত হোৱা নাছিল।

সেই চিৰকালৰ আনন্দ-পুৰীখনৰ ৰচনাৰ মডেল বা আঁথৰা যেন অজন্তাৰ নিৰ্ম্মাণ। শ্ৰেষ্ঠশিল্পী বুদ্ধদেৱে পৃথিৱী-খনক অজন্তাৰ আহিত গঢ়িব খুজিছিল।



# শুধৰণী-পাত

| পৃষ্ঠা | শাৰী | হ'ল | হ'ব লাগে |
|---|---|---|---|
| ১৯ | ১৪ | ঘূ'ৰ | ঘুৰি |
| ২৪ | ১১ | ( উঠা নাই ) | চৰং |
| ৩২ | ৬ | শান্তি ধৃতি | শান্তি, ধৃতি |
| ৩২ | ৭ | বচত | বচত। |
| ৪২ | ৭ | কেুঁচু | কেঁচু |
| ৬০ | ১৭ | কৰাত | কৰাত। |
| ৬৩ | ২ | হৈছে | হৈছে। |
| ৬৮ | ৭ | শ্ৰেষ্ঠতৰ ; | শ্ৰেষ্ঠতৰ, |
| ৯৩ | ৭ | পথী | পখী |
| ৯৬ | ২ | বিশ্বাস | জিজ্ঞাসা |
| ১০১ | ৫ | সোমাইগৈ | সোমাইগৈ। |
| ১১৫ | ১১ | ( উঠা নাই ) | বেগেৰে |
| ১১৭ | ১৪ | গুদা নালাগে | গুদা চকু নালাগে |
| ১২১ | ১০ | বৈজ্ঞানীকে | বৈজ্ঞানিকে |
| ১২১ | ২০ | ভাঁহি | ভাহি |
| ১২৩ | ৫ | শূন্যহে | শূন্যহে, |
| ১২৩ | ৮ | (Dimension) | Dimension |
| ১২৩ | ১৪ | আজাজী | অজাজী |
| ১২৪ | ১০ | খদ্ৰ | কদ্ৰ |
| ১২৫ | ১৮ | ৰয়সীয়াল | ৰয়সিয়াল |

| পৃষ্ঠা | শাৰী | হ'ল | হ'ব লাগে |
|---|---|---|---|
| ১২৬ | ১১ | বাঁহনিৰ | বাঁহনিত |
| ১২৬ | ১৩ | বাইঁত | বাহত |
| ১২৬ | ১৭ | বাইঁতে | বাহতে |
| ১২৬ | ২১ | বাইঁ | বাহ |
| ১২৭ | ৭ | গাঙঁ | গাঁও |
| ১২৭ | ১০ | চৰাইইঁত | চৰাইইঁতো |
| ১২৮ | ১৮ | সাঁৰ | সাৰ |
| ১২৯ | ৩ | দৈত্যলেছে | দৈত্যলৈছে |
| ১৩০ | ৮ | গগণ | গগন |
| ১৩১ | ৫ | বাহানি | বেহানি |
| ১৩১ | ১৩ | নিষ্ক্ৰীয় | নিষ্ক্ৰিয় |
| ১৩১ | ১৬ | জুই | জুইৰ |
| ১৩৩ | ৫ | অকলশৰীয়া | অকলসৰীয়া |
| ১৩৫ | ১৪ | " | " |
| ১৩৪ | ২ | ভৰিৰ | ভৰিত |
| ১৩৪ | ৮ | পিচ | পিছ |
| ১৩৫ | শেষ | নাজানেঁা | নাজানো |
| ১৩৭ | ৭ | লণ্ডণ | লণ্ডন |
| ১৩৯ | ১২ | সণ্মান | সন্মান |
| " | ১৩ | কুজা | কুঁজা |
| " | ১৪ | পাচত | পাছত |
| ১৪০ | ৩ | নাপাক | নাপাৰ, |
| ১৪২ | ১০ | ভৱাল | গোৱাল |

| পৃষ্ঠা | শাৰী | হ'ল | হব লাগে |
|---|---|---|---|
| ১৪২ ... | ১৪ ... | যোগনীয়াৰ .. | যোগনিয়াৰ |
| " ... | ১৬ ... | বাচৰ ... | বাছৰ |
| " . | ২১ ... | বিভাগৰ ... | বিভাগ— |
| ৪৩ ... | ৭ ... | নাপাৱ ... | নাপাৱ, |
| ১৪৪ ... | ১৩ ... | শ্ৰদ্ধালৈ ... | শ্ৰাদ্ধলৈ |
| ১৪৪ ... | ১৫ ... | স্বাৱলম্বী-হবলৈ— | স্বাৱলম্বী হবলৈ |
| " ... | ২০ ... | চাটি .. | ছাটি |
| ১৪৫ ... | ৩ ... | খেলৰ ... | লেখৰ |
| ১৫১ ... | ৪ ... | নিশ্চিহ ... | নিশ্চিহ্ন |
| ১৫২ ... | ১৩ ... | সিহতৰ . | সিহঁতৰ |
| ১৫৬ ... | ২২ ... | সমূখত ... | সমুখত |
| ১৫৭ ... | ৬ ... | আছিল ... | আছিল |

**বিশেষ ভুল :—** পৃষ্ঠা ৮৪··· শেহৰ চাৰি শাৰী— "বিশেষকৈ তিৰোতাবিলাকৰ ..... সাহ নকৰে।"

**হ'ব লাগে :—** এনে শনিবাৰৰ ৰাতি আঁউসী পৰিলেতো কথাই নাই। বিশেষকৈ তিৰোতাবিলাকৰ কথা নকয়েঁই, বুকু-ডাঠ পুৰুষবো বহুতে ৰাতি বেছি সময় হলে বাহিৰলৈ ওলাবলৈ সাহ নকৰে।

—:০:—

